# সম্মিলনপ্ৰবন্ধাৱলী।

( প্ৰথম ভাগ )



[ ১৯১৬ ডিচেম্বৰত হোৱা আসামছাত্ৰসম্মিলনৰ প্ৰথম অধিবেশনত পঢ়া ৰচনাসমূহৰ খনদিয়েক। ]




কলিকতা,
৬নং কলেজ-স্কোৱাৰ, সাম্য-যন্ত্ৰত,
শ্ৰীদেবেন্দ্ৰনাথ বন্দ্যোপাধ্যায়ৰ দ্বাৰা
মুদ্ৰিত।

# সূচী।

# শুধৰণি।

| পৃষ্ঠা | ভুল | শুদ্ধ। |
|---|---|---|
| ৬ | ৰাখিছে্ | ৰাখিছে। |
| ৭ | অভভূতা | অভিভূতা। |
| ৮ | বষয়ত | বিষয়ত। |
| ২৭ | দীঘল | দীঘল। |
| ৩১ | সমম্বিত | সমন্বিত। |
| ৩২ | ব্যাগ্যা | ব্যাখ্যা। |
| ৩৩ | ইয়াব | ইয়াৰ। |
| ৪০ | উপস্থিভ | উপস্থিত। |
| ৪১ | নাথাকিৰ | নাথাকিব। |
| ৪২ | দেঁওৰ | তেঁওৰ। |
| ৫৫ | ৰিদ্যুৎ | বিদ্যুৎ। |
| ৫৭ | চোৰ | চোৰ। |
| ৭০ | কৌতুহলাক্রান্ত | কৌতূহলাক্রান্ত। |
| ৭০ | জল | জাল। |
| ৭১ | Anarobia | Anaerobia |
| ৭১ | সাৰ | গাৰ। |
| ৭৩ | গৃহ | গ্ৰহ। |
| ৭৪ | জোৰজ্বথা যন্ত্রে ৰি | জৰ জোথা যন্ত্রেৰে। |
| ৮১ | নগব | নগৰ। |
| ৮১ | পবা | পৰা। |
| ৮১ | কিন্তু | কিন্তু। |
| ৮৪ | কবি | কৰি। |

# ভূমিকা।

১৯১৬ চনৰ ডিচেম্বৰ মাহৰ ২৫ তাৰিখে হৈ যোৱা আসামছাত্ৰসম্মিলনৰ প্ৰাথমিক অধিবেশনত পাঠ কৰা গোটাদিয়েক প্ৰবন্ধ লেখকসকলৰ সম্মতি লৈ কলিকতাৰ এ-এচ্-এল্ ক্লবে এই গ্ৰন্থত প্ৰকাশ কৰিছে। এই গ্ৰন্থবিলাক প্ৰকাশ কৰাত জাতীয় সাহিত্যৰ যি অলপ শ্ৰীবৃদ্ধি হল সি অসমীয়া ছাত্ৰৰ সমবেত শক্তিৰ পৰা হোৱা এটা সাৰুৱা কাৰ্য্য বুলি সৰ্ব্বসাধাৰণে সহানুভূতি দেখুৱাব বুলি আশা কৰিছোঁ। প্ৰচুৰ অধ্যয়ন আৰু চিন্তাৰ সাৰমৰ্ম্ম কাকতে-কলমে প্ৰকাশ কৰাকে ছাত্ৰৰ প্ৰকৃত সাহিত্যসেৱা বুলি ধৰি লৈ বৰ্ত্তমান প্ৰবন্ধবিলাকত এই কথাৰ সাৰ্থকতা হৈছে নে নাই পাঠকসকলে তাৰ বিচাৰ কৰিব। প্ৰায় আটাইকেইটা প্ৰবন্ধতে বিষয়ৰ গুৰুত্ব আৰু জ্ঞানৰ সাগৰ যেন মনস্বীসকলৰ জ্ঞানৰাশিৰ সৈতে সংযোগ আছে; কিন্তু বিষয়ৰ গম্ভীৰতাৰক্ষা আৰু জ্ঞানীৰ জ্ঞানসমষ্টিৰ উপযুক্ত ব্যৱহাৰ হৈছে নে নাই তাৰ নিৰ্ণয়ৰ ভাৰো পাঠকসকলৰ ওপৰত।

এই গ্ৰন্থপ্ৰকাশ কাৰ্য্যটো দেখাত এ-এচ্-এল্ ক্লবৰ হলেও তাৰ মূল কাৰণ আসাম-ছাত্ৰ সম্মিলনৰ উদ্দীপনাপূৰ্ণ প্ৰভাৱতহে বিচাৰিব লাগিব। গুৱাহাটীত প্ৰথমবাৰ সম্মিলন হৈ যোৱাৰ পাচত কলিকতা-প্ৰবাসী অসমীয়া ছাত্ৰকেইজনৰ এটা নতুন উৎসাহ জন্মাত সম্মিলনলৈ যি নিৰ্দ্দিষ্ট বৰঙণি পঠাব লাগে তাতকৈ ভালেখিনি বেচি টকা এ-এচ্-এল্ ক্লবৰ পুঁজিত জমা হয়, তাৰ পৰাই এই কিতাপখন ছপোৱাৰ খৰচ ওলাইছে।

ছাত্ৰৰ ভিতৰত এনে উৎসাহ আৰু আগ্ৰহ জন্মোৱাটোৱেই হৈছে ছাত্ৰসম্মিলনৰ উদ্দেশ্য। সম্মিলন হোৱাৰ কাৰণেই এই কিতাপখন জাতীয় সাহিত্যত যোগ হল। এই নিচিনাকৈ আৰু কিতাপ যে সময়ে সময়ে সম্মিলনৰ প্ৰভাৱত প্ৰকাশিত হৈ জাতীয় সাহিত্যৰ প্ৰসাৰ নকৰিব তাৰ কোনো কাৰণ নাই। অসমীয়া ছাত্ৰৰ পুঞ্জীভূত জ্ঞানৰাশিস্বৰূপ এনে প্ৰবন্ধসমূহ প্ৰকাশ কৰাটোৱেই সম্মিলনৰ সৰ্ব্বপ্ৰধান সাৰুৱা আৰু দেশহিতকৰ কাৰ্য্য হব। কেতিয়াবাকৈ এই সম্মিলন কাৰ্য্যত এখন প্ৰকাশক সমিতিৰ (publishing society) নিচিনা হৈ উঠিলে ইয়াৰ অস্তিত্ব সাৰ্থক হব, তেতিয়াহে ছাত্ৰসম্মিলনৰ কাৰ্য্যকৰী ক্ষমতা প্ৰকাশ পাব। এই প্ৰবন্ধবিলাক অকল প্ৰকাশ কৰোৱাতে সম্মিলনৰ কৃতিত্ব অন্ত নহয়, লেখক নিযুক্ত কৰি লিখোৱাবাবেও সম্মিলনে সুনাম আৰ্জ্জিছে। সম্মিলন নোহোৱা হলে এই কিতাপৰ লেখকসকলে কিজানি এই কেইটা প্ৰবন্ধ নিলিখিলেইহেঁতেন।

সুলিখিত ৰচনা প্ৰকাশ কৰি সম্মিলনে আমাৰ জ্ঞান-সাধনাত নতুন তেজ দিব পাৰিব, কাৰণ সুলিখিত ৰচনাসমূহ ছাত্ৰই পৰিশ্ৰম কৰি গোটোৱা জ্ঞানৰ আত্মপ্ৰকাশ মাথোন। জ্ঞান-সাধনা ছাত্ৰৰ সৰ্ব্বপ্ৰধান ব্ৰত, এই ব্ৰতত উদগণি দিব পাৰিলেই ছাত্ৰ-সম্মিলন আৰু ছাত্ৰৰ সম্বন্ধ সাৰ্থক হব। সম্মিলনে বছৰি বছৰি এইদৰে প্ৰবন্ধ লিখাব আৰু এই প্ৰবন্ধ লিখোঁতে লেখকসকলে নানা কথা সন্ধান কৰি উলিয়াব লগাত পৰিব, কাৰণ, সম্মিলনলৈ লিখা প্ৰবন্ধ সাধাৰণতঃ 'বাঁহী'-'আলোচনী'লৈ লিখি পঠোৱা প্ৰবন্ধতকৈ অনেক গুণে গবেষণাপূৰ্ণ হব লাগিব। এই গবেষণা কৰাই প্ৰকৃত ছাত্ৰৰ সৰ্ব্বপ্ৰধান কাম, কিমান জানে কিমান নেজানে তালৈ তেওঁৰ লক্ষ্য নাই; শিক্ষাৰ উদ্দেশ্যই এনে। আমেৰিকাৰ যুক্তৰাজ্যৰ সভাপতি ডক্তৰ উইল্‌চনে আচল কথাকে লিখিছে যে No

student knows his subject. The most he knows is where and how to find out the things he does not know with regard to it. ( দি নিউ ফ্ৰীদম, ৯৮ পৃষ্ঠা )

জ্ঞানৰ সাধনাত নবযুগৰ আদৰ্শ মানি চলিব লাগিব। জ্ঞান-জগতত নতুন আদৰ্শ আৰু নতুন আকাঙ্ক্ষা আহি উপস্থিত হৈছে ; ১৮৭২ চনৰ মে মাহত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ চিনেট-হলত ঐতিহাসিকসম্রাট্ অধ্যাপক ফ্ৰীমেনে বক্তৃতা দিওঁতে এই নতুন জাগৰণৰ কথা কৈছিল। ইয়াৰ আদৰ্শটো এই—মৰা ভাষা জীয়া ভাষা, প্ৰাচীন ইতিহাস আধুনিক ইতিহাস বুলি কোনো বস্তু নাই ('ইউনিটি অব্ হিষ্ট্ৰী'—১০ পৃষ্ঠা), প্ৰত্যেকটো বিষয় এটা ঐক্যপূৰ্ণ সমষ্টি, তাৰ বিভাগ অসম্ভৱ। উদাহৰণ স্বৰূপে কব পাৰি, ইতিহাসৰ ছাত্ৰই সকলো ইতিহাস আৰু ভাষাৰ ছাত্ৰই সকলো ভাষা জানিব লাগিব অৰ্থাৎ "কোনো কোনো শাখাৰ সকলো কথা জানিব লাগিব, কিন্তু প্ৰত্যেক শাখাৰে অলপ অলপ জানিব লাগিব"—যেনে,—ভাৰতৰ ইতিহাস আমাৰ পাঠ বা ৰচনাৰ বিশেষ বিষয় হব পাৰে, কিন্তু ভাৰতৰ ইতিহাসৰ জ্ঞানৰ লগত জগতৰ ইতিহাসৰ সাধাৰণ অভিজ্ঞতা যোগ দিব লাগিব। আকৌ আমাৰ বিশেষ বিষয় 'দৰ্শন' হব পাৰে, কিন্তু ইয়াৰ লগত সকলো বিষয়ৰে জ্ঞানৰ সংযোগ থাকিব লাগিব। এই সাৰ্বভৌম জ্ঞানসাধনাৰ সিদ্ধান্তৰ পৰাই পাশ্চাত্য তুলনামূলক প্ৰণালীৰ উৎপত্তি। আজিকালি ইতিহাস, দৰ্শন, বিজ্ঞান আদি মানৱ-চিন্তাৰ সকলো বিষয়তে এই তুলনামূলক প্ৰণালীৰ জয়জয়কাৰ। ফ্ৰীমেনে লিখিছে—"* * * the discovery of the comparative method in philology, in mythology—let me add in politics and history and the whole range of human thought—marks a stage in the progress of the

human mind at least as great and memorable as the revival of Greek and Latin learning"—( ৯ পৃষ্ঠা )। ফ্রীমেনৰ এই উক্তিয়ে কেতিয়াবা কেতিয়াবা কোনো এটা বিষয় লৈ আমাৰ যি অহঙ্কাৰ হয় আৰু তাৰ লগে লগে আন বিষয়ৰ প্ৰতি যি অনাদৰ হয় তাক ধ্বংস কৰিব পাৰিব। এই নিচিনা সংকীৰ্ণতা নিৰ্ম্মূল কৰাই উচ্চ শিক্ষাৰ উদ্দেশ্য। সম্মিলনে যিবিলাক প্ৰবন্ধ লিখাব সেইবিলাক ওপৰত কোৱা তুলনামূলক প্ৰণালী অনুসৰি লিখা হলেই বুজিব লাগিব যে আমাৰ জ্ঞান-সাধনা বৈজ্ঞানিক ভেটিৰ ওপৰত প্ৰতিষ্ঠিত হৈছে।

ছাত্ৰ-সম্মিলনে এই দৰে প্ৰবন্ধ লিখাই লিখাই এসময়ত এদল লেখক উলিয়াব পাৰিব। এওঁবিলাকৰ ৰচনাসমূহ গোটাই প্ৰকাশ কৰাটোৱেই সম্মিলনৰ সৰ্ব্বপ্ৰধান কাৰ্য্য। ইতি—

কলিকতা,
১২নং, হেৰিচন ৰ'দ,
১।১।১৮।

এ-এচ্-এল্ ক্লবৰ হৈ
শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

# অভ্যৰ্থনাসমিতিৰ অভিভাষণ

সাহিত্যানুৰাগী ভদ্ৰমণ্ডলী আৰু বন্ধু ছাত্ৰবৃন্দ !

সুদূৰ কলিকতা মহানগৰী আৰু আসামৰ ভিন ভিন ঠাইৰ পৰা আপোনাসকল আহি, আজি প্ৰকৃতিৰ কাম্য কানন, অতীজৰ জ্ঞানচৰ্চ্চাৰ প্ৰধান কেন্দ্ৰ প্ৰাচীন প্ৰাগজ্যোতিষপুৰত উপস্থিত হৈছে। আপোনা-সকলৰ অভ্যৰ্থনাৰ ভাৰ পৰিছে আমাৰ নিচিনা অভাজন লোকৰ ওপৰত। প্ৰাতঃস্মৰণীয় গুৰুদেও হেমচন্দ্ৰ, ঐতিহাসিক গুণাভিৰাম আৰু ভাষাবিদ্ লম্বোদৰক এৰিলে অসমীয়াভাষাৰ বৰ্ত্তমান বুৰঞ্জীত যি সকল প্ৰখ্যাতনামা সাহিত্যৰথীৰ নাম অগ্ৰগণ্য, সি সকলৰ প্ৰায়েই আজি এই মণ্ডপত উপ-স্থিত। অনেক মাতৃভাষাৰ একান্ত সেৱক আৰু সাহিত্যপ্ৰেমিক ছাত্ৰ, যি অসমৰ আৰু অসমীয়াভাষাৰ সকলো আশা ভৰসাৰ স্থল আজি আমাৰ মাজত; আপোনালোকক অভ্যৰ্থনা কৰিবৰ যোগ্যপাত্ৰ আমি নহওঁ। তথাপিও যে আমাৰ নিচিনা নগণ্য ছাত্ৰৰ নিমন্ত্ৰণ উপেক্ষা নকৰি আপো-নালোকে অশেষ ক্লেশ সহ্য কৰি, নিজৰ কাজকৰ্ম্ম পৰিত্যাগ কৰি আহিছে, সেইবাবে আপোনালোকক শত শত বাৰ ধন্যবাদ দিছোঁ আৰু আপোনা-লোকৰ ওচৰত সৰল কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

আপোনালোকক নানা অসুবিধাত পেলাই এই দোৰ্ঘোৰ শীতকালত কিয় ইয়ালৈ আহ্বান কৰি অনা হৈছে তাক সকলোকে বুজাই দিবলৈ মোৰ গাত ভাৰ পৰিছে। মোৰ বোধে আপোনালোকক ইয়ালৈ নিমন্ত্ৰণ কৰি অনাৰ কাৰণ ব্যাখ্যা কৰাটো চলি অহা নিয়ম ৰক্ষা কৰাৰ বাহিৰে

আন একো নহয়। কিয়নো মুখ্য ভাবে অথবা গৌণভাৱে আজিৰ এই সভাৰ উদ্দেশ্য সকলোৱেই বুজিছে। আপোনালোকেযে ভিন ভিন ঠাইৰ পৰা নিজৰ কাজকৰ্ম্ম এৰি, সুখস্বচ্ছন্দতা পৰিত্যাগ কৰি ইয়াত প্ৰবাস খাটিছেহি, সি অকল আপোনালোকৰ সহৃদয়তাৰ চিনাকিয়েই দিয়া নাই, যি মহান উদ্দেশ্যেৰে আপোনালোকক আহ্বান কৰি আনি ইয়াত লগ লগোৱা হৈছে তাকো যে আপোনালোকে নিশ্চয় উপলব্ধি কৰিছে, সিও প্ৰকাশ পাইছে। মোৰ নিমন্ত্ৰণত অথবা তেওঁৰ অনুৰোধত, সমিতিৰ আহ্বান কিংবা ভদ্ৰতাৰ খাটিৰত আপোনালোক সকলোৱেই নিশ্চয় অহা নাই; আহিছে এজনাৰ আহ্বানত, যাৰ ডাক, যথাৰ্থ মনুষ্যত্ব যাৰ হৃদয়ত আছে, তেওঁ কেতিয়াও উপেক্ষা কৰিব নোৱাৰে। আপোনালোক আহিছে সাহিত্যসভাৰ নামত। আপোনালোক আহিছে মাতৃভাষাৰ সেৱাত যোগ দিবলৈ, মাতৃপূজাত অঞ্জলি প্ৰদান কৰিবলৈ। আপোনালোকৰ অনেকেই নিঃস্বাৰ্থ সাহিত্যসেৱা, সাহিত্যচৰ্চ্চা আপোনালোকৰ বৰ প্ৰিয়, মাতৃভাষা অতি চেনেহৰ, অতি আদৰৰ। আপোনালোকে নিজ অভিৰুচিমতে একভাবে সেই পুণ্যব্ৰত পালি আহিছে। এনে নতুন ধৰণৰ সাহিত্য-চৰ্চ্চা আপোনালোকৰ মনত ভাল নালাগিব পাৰে, সাহিত্য-চৰ্চ্চা কৰিবলৈ এনে সভাসমিতি আপোনালোকৰ প্ৰয়োজন নাই বুলি বহুতৰ বিশ্বাস থাকিব পাৰে। বহুতে কব সাহিত্যচৰ্চ্চা অতি পৱিত্ৰ কাৰ্য্য, গভীৰ গবেষণাৰ কাম, তাৰ নিমিত্তে সাধনা লাগে। নিৰ্জ্জন ঠাইত নীৰৱে নাৰৱে সাহিত্যচৰ্চ্চা কৰিলেহে তাৰ পৰা ভাল ফল পোৱা যায়। সেই কথা সৰ্ব্বাঙ্গে সচাঁ। কিন্তু অসমীয়াভাষাৰ বৰ্ত্তমান অৱস্থাত এনে সভাসমিতিৰ অত্যন্ত প্ৰয়োজন হৈছে।

আজি কালৰ অসমীয়া সাহিত্যভৰাললৈ চকু দিলে বেজাৰ লাগে, ৩০০শ বছৰৰ আগেয়ে অসমীয়া ভাষা কি আছিল আৰু আজি কি

হৈছে! যি অসমীয়া ভাষাত কীৰ্ত্তন পুথিৰ নিচিনা, নামঘোষা, ভক্তি-ৰত্নাৱলীৰ নিচিনা—যেনে পুথি জগতৰ আনকোনো সাহিত্যভৰালত পাবলৈ নাই—পুথি ৰচনা হৈছিল, সেই ভাষাত আজি এখন ভাল পাঠ্য-পুথি নাই! মাতৃভাষাৰ এই দুৰৱস্থা যাতে অনতিবিলম্বে দূৰ হয় তাৰ বাবে সকলো অসমীয়াই একান্তমনে নিঃস্বাৰ্থভাৱে চেষ্টা কৰিবৰ প্ৰয়োজন হৈছে। যি অসম এসময়ত সংস্কৃতচৰ্চ্চাৰ প্ৰধান স্থান আছিল, য'ত জ্যোতিষশাস্ত্ৰৰ বিশেষ আলোচনা আৰু উন্নতি হৈছিল, য'ত উচ্চ কাব্য আৰু ব্যাকৰণ ৰচনা হৈছিল, যি ঠাইৰ লোকে স্থপতিবিদ্যা আৰু বহুবিধ কলাবিদ্যাত পাৰদৰ্শিতা দেখুৱাইছিল, যি দেশত শঙ্কৰদেৱ, মাধৱদেৱ, অনন্তকন্দলি আৰু পুৰুষোত্তম ঠাকুৰৰ আবিৰ্ভাব হৈছিল, সেই ইতিহাস আৰু পুৰাণ-প্ৰসিদ্ধ কামৰূপত জন্মগ্ৰহণ কৰি যে আপোনালোকৰ সাহিত্যৰ প্ৰতি অনুৰাগ নাই অথবা মাতৃভাষাৰ প্ৰতি প্ৰেম নাই, তেনে হব নোৱাৰে। বৰ্ত্তমান অসমীয়াৰ অভাব কেৱল—কাৰ্য্য কৰিবৰ ক্ষমতা (Energy), তেওঁলোকৰ নাই উদ্যোগ, উদ্যম তেওঁলোকত শূন্য। তেওঁলোকক লাগে—উদগণি, উত্তেজনাশক্তি। তেওঁলোক সুপ্ত, তেওঁলোকক জগাই তুলিব লগা হৈছে। তেওঁলোক আত্মবিস্মৃত, তেওঁলোকক পূৰ্ব্বগৌৰৱৰ কথা, অতীতৰ কাহিনী কাণৰ ওচৰত বজাই শুনাব লগা হৈছে। যেতিয়া অসমীয়া জাগ্ৰৎ হব, যেতিয়া তেওঁলোকৰ হৃদয়ত উত্তেজনাৰ উদ্ৰেক হব, যেতিয়া তেওঁলোকে উপলব্ধি কৰিব যে শঙ্কৰদেৱৰ আৰু অনন্তকন্দলিৰ, আনন্দৰামৰ আৰু হেমচন্দ্ৰৰ বংশধৰ বুলি চিনাকি দিবলৈ যি যি গুণ গাত থাকিব লাগে, সেইবোৰ তেওঁলোকৰ নাই, তেতিয়াৰ পৰা অসমে উন্নতিৰ বাটত কোবাল বেগেৰে আগুৱাবলৈ ধৰিব।

এটা সাহিত্যসম্বন্ধীয় আন্দোলন তুলিবৰ প্ৰয়োজন হৈছে, দেশ জুৰি

এটা হুজুগ লগাই দিব পাৰিলে অসমীয়া সাহিত্যৰ ভবিষ্যৎ উজ্জ্বল হব। কোনো কোনোৱে ভাবিব পাৰে হুজুগৰপৰা কোনো কাম নহয়, আন্দোলন অমঙ্গলৰ চিন মাথোন, তাৰ পৰা কোনো ভাল ফল আশা কৰিব নোৱাৰি, বৰঞ্চ বেয়াহে ভুগিবলৈ আছে। কিন্তু সেই কথা বৰ ঠিক নহয়, হুজুগৰ ভবিষ্যৎ ফল ভাল, আন্দোলনৰ পৰা অতি সুফল ফলা দেখা গৈছে। জগতৰ বহুত সৎকাৰ্য্যৰ মূলত আন্দোলন। হুজুগ আন্দোলনৰ সুফল হাতে হাতে পোৱা টান হব পাৰে; কিন্তু তাৰ ভবিষ্যৎ সুফল অৱশ্যম্ভাৱী। অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে এটা তোলপাৰ তুলি দিব লগা হৈছে। জয়ঘন্টা বজাই অসমীয়া মানুহৰ টোপনি ভাঙ্গি দিবৰ সময় হৈছে। যেতিয়া অসমৰ ধুবুৰীৰ পৰা শদিয়ালৈকে হেন্দোল-দোপ দল্‌দোপ্‌ লাগি যাব, সকলো অসমীয়াৰ মুখে মুখে, কাণে কাণে হব,— অসমীয়াভাষাৰ আলোচনা হব লাগে, উন্নতি হব লাগে, অসমীয়া ভাষাত জীৱনচৰিত লাগে, ইতিহাস লাগে, উচ্চ কাব্য লাগে, ব্যাকৰণ লাগে, দৰ্শন-বিজ্ঞান লাগে, অৰ্থনীতি সমাজনীতি লাগে, তেতিয়া দেখিব অসমীয়া ভাষাৰ ভবিষ্যৎ উন্নতিৰ বাট নিষ্কণ্টক হৈছে, তেতিয়া দেখিব অসমীয়া মানুহে ভাষাৰ উৎকৰ্ষৰ কাৰণে, সাহিত্যৰ উন্নতিৰ কাৰণে হাতে কামে লাগি গৈছে।

ইয়াতে প্ৰশ্ন হব পাৰে যে এই মহৎ অনুষ্ঠানৰ গুৰু আৰু দায়িত্বপূৰ্ণ ভাৰ ছাত্ৰসকলে মূৰ পাতি লোৱাৰ প্ৰয়োজন কি? ছাত্ৰৰ এনে সাহিত্য-সভা কিয়? ছাত্ৰই ছাত্ৰৰ কাম কৰক, দেশৰ হিত অহিতৰ হিচাপ-কিতাপ দেশৰ নেতাসকলৰ ওপৰত, নামজ্বলা সাহিত্যৰথীসকলৰ ওপৰত ন্যস্ত আছে। ছাত্ৰৰ কাম ভালকৈ লিখাপঢ়া কৰি পৰীক্ষা পাচ কৰা, জীৱনযুদ্ধৰ নিমিত্তে সাজু হোৱা। ডাঙ্গৰৰ কাৰ্য্যত হস্তক্ষেপ কৰা তেওঁলোকৰ উচিত নহয়। এনে প্ৰশ্ন একেবাৰে অমূলক নহয়, কিন্তু

সাহিত্যচৰ্চ্চা যে একেবাৰে ছাত্ৰৰ কৰ্ত্তব্যৰ চৌহদৰ বাহিৰ, সেই কথা মানিবলৈ টান।

ভাষাচৰ্চ্চা, সাহিত্যালোচনা অতি পবিত্ৰ কাম। ই মাতৃপূজাৰ প্ৰধান অঙ্গ, যি জননী জন্মভূমি স্বৰ্গাদপি গৰীয়সী, যি জন্মভূমিৰ উন্নতি মাতৃভাষাৰ সজীৱতাৰ ওপৰত, সাহিত্যৰ উন্নত অবস্থাৰ ওপৰত অতি দৃঢ়ভাবে প্ৰতিষ্ঠিত, সেই মাতৃপূজাৰ অধিকাৰ অকল বয়সত ডাঙ্গৰবিলাকৰ হে আছে সৰুৰ নাই, অকল ভদ্ৰলোকৰহে আছে, ছাত্ৰৰ নাই, সেই কথাও আমি বেজাৰ পাওঁ। এই মহাপূজাৰ অধিকাৰ, এই মহান তীৰ্থৰ পুণ্যৰ ভাগ আনে যেনেকৈ পায় ছাত্ৰয়ো তেনেকৈ পাব লাগে। অৱশ্যে শক্তি আৰু ভক্তিৰ তাৰতম্য অনুসাৰে পূজাৰ তাৰতম্য হব। ডাঙ্গৰে যেনেকৈ সেবিব, পূজিব, ছাত্ৰই তেনেকৈ নোৱাৰে, সন্দেহ নাই। কিন্তু মাতৃভাষা বয়সস্থ সাহিত্য সেৱীৰ যেনে আপোন, সেৱা, পূজা, ছাত্ৰৰো তদ্ৰূপ। বৰঞ্চ আমাৰ, ছাত্ৰৰ তাতকৈ বেচি; কিয়নো ছাত্ৰ মাতৃৰ নিচেই ওচৰত; সিবিলাকৰ, তেওঁৰ কোলা এৰিবৰ সময় নৌ হয় এথোন। কোলাৰটিৰ প্ৰতি মাতৃৰ স্নেহ অত্যন্ত বেচি। কেচুৱা লৰাই টেঁট্ কৰিলেই মাকে দশোবন পেলাই থৈ উধাতু থাই ওচৰলৈ লৰ মাৰে আৰু বয়সত বুজনটৰ প্ৰতি তেওঁৰ তিমান দায়িত্ব থকাটো নেদেখুৱায়। কেচুৱা লৰাই টেঁ টেঁ কৰি চিঞৰি মাকক টোপনিৰ পৰা তোলে, চকু মেলিয়েই মাতৃয়ে সন্তানৰ মুখ দেখি এটি শুভদিন আলিঙ্গন কৰি আনে। সন্তানে যদি আকাশৰ জোনটোকো আঙ্গুলিয়াই লাগে বুলি কয়, মাকৰ একান্ত ইচ্ছা যেন তাক আনি দিব; দিব নোৱাৰিলে অত্যন্ত ব্যথিত হয়। মাতৃ আৰু কুমলীয়া সন্তানৰ ভিতৰত এনে ঘনিষ্ঠ সম্বন্ধ সন্তানৰ টেঁটেঁৱনী, চিঞৰবাথৰ মাকৰ মানত কুলিৰ সুললিত গীত।

পৰিয়ালৰ এই চিত্ৰ সমাজতো খাটে, দেশতো খাটে; কাৰণ সমাজ

এটা ডাঙৰ পৰিয়াল মাথোন, দেশখন কিছুমান পৰিয়ালৰ সমষ্টি। আমাৰ সমাজত অতি লাগতিয়াল বিষয়, দেশীয় ভাষা আৰু সাহিত্য, দেশোন্নতিৰ অতি লাগতিয়াল অঙ্গ জাতীয় ভাষা আৰু সাহিত্যৰ উন্নতি ছাত্ৰৰ চিঞৰ বাখৰত, তোলপাৰত যে কিছু পৰিমাণে নহব তাৰ কোনো মানে নাই। ভাষা আৰু সাহিত্যবিষয়ক গধুৰ আলোচনা আৰু সিদ্ধান্ত কৰা ছাত্ৰৰ পক্ষে সম্ভৱ আৰু সম্ভূত নহয় সঁচা। কোনখন অভিধান ভাল, কোনখন ব্যাকৰণ বেয়া, ভাষা হেমচন্দ্ৰৰ ঠাঁচত লিখা উচিতনে নতুবা অন্য এটা প্ৰথা ধৰি লিখা উচিত, এইবোৰ তত্ত্বৰ সিদ্ধান্ত ছাত্ৰই কৰিব নোৱাৰে আৰু কৰিবলৈ নাযায়ো। কিন্তু আমাৰ ভাষাত ভাল পুথি নাই, বি, এ, পৰীক্ষাৰ্থীৰ কাৰণে উপযুক্ত পাঠ্য নাই, বিজ্ঞানবিষয়ক, ৰাজনীতিবিষয়ক অৰ্থনীতিবিষয়ক কিতাপ আমাৰ সমূলি নাই। আমাক "মেঘনাধ বধ" আৰু In Memoriam অৰ নিচিনা কাব্য লাগে, জৰ্জ ইলিয়ত আৰু থেকাৰেৰ উপন্যাসৰ নিচিনা উপন্যাস লাগে, উচ্চ নাটক লাগে, ভাবপূৰ্ণ ৰচনা (Essay) লাগে, ছেক্সপিয়েৰ। অনুবাদ লাগে ইত্যাদি কথা কবলৈ ছাত্ৰৰ সোল অনা অধিকাৰ আছে।

প্ৰকৃত কামৰ (Substantial work) সম্বন্ধেও অসমীয়া ছাত্ৰৰ কৰিবলৈ বহুত আছে। তাৰ অনেকাংশ ছাত্ৰৰ পৰা নহলে আনৰ পৰা সহজে হোৱা টান, বৰঞ্চ নোহোৱাই সম্ভৱ। তেনে কামৰ ভিতৰত পুৰণি-পুথি-সংগ্ৰহ এটা প্ৰধান। গৱৰ্ণমেণ্ট বাহাদুৰৰ অনুগ্ৰহত ধোৱাচাওত আলাক্সুৰে খোৱা আৰু ভেঁকুৰা বহুত মূল্যবান পুৰণি পুথি সংগ্ৰহ হৈছে; কিন্তু তেনে দহগুণ পুৰণি অমূল্য গ্ৰন্থ এতিয়াও আন্ধাৰতে পৰি নষ্ট হব লাগিছে। সেইবোৰ পুথি অসমীয়া ভাষাৰ স্বৰূপ, সিহঁতে এতিয়াও অসমীয়া ভাষাৰ ভেটি সবল কৰি ৰাখিছে। অকল আসামৰ এই ছখন জিলাতে নহয় আজিকালিৰ বঙ্গদেশৰ চামিলৰ ৰংপুৰ, দিনাজ-

পুৰ, দাৰ্জ্জিলিং আদি ঠাইত যে তেনে পুথি কিমান আছে বাকী নাই। সেই বোৰৰ কিছুমানে বঙ্গভাষা আৰু সাহিত্যৰ বুৰঞ্জীৰ কলেবৰ বৃদ্ধি কৰিছে। এই পুথিবোৰ ছাত্রই সংগ্রহ কৰিব পাৰে। কিছুমান পুথি মালিকৰ হাতৰ পৰা অনা নিতান্ত টান হব, বহুত অসমীয়াই পুৰণি সাঁচিপতীয়া পুথি সুন্দৰ বনকৰা কাঠৰ পেৰাত ভৰাই দেৱতাৰ দৰে প্রতিষ্ঠা কৰি ৰাখিছে, দৈনিক পুজা কৰিছে, সে ' বোৰ পুথি আনিব নোৱাৰিলেও তাৰ এটা টোকা ৰাখিব লাগে। যদি এই ছাত্রসভাৰ পৰা দেশৰ সেই হিতকৰ কাৰ্য্য আংশিক ৰূপেও সমাধা হয় তাক যথালাভ বুলিব পৰা যাব। দ্বিতীয়তে, ছাত্রসম্প্রদায়ে আৰু এটা সজকাম কৰি অসমীয়া সাহিত্যৰ পুষ্টিসাধন কৰিব পাৰে। ছেক্সপিয়েৰৰ "As You Like it" নাটকত আপোনালোকে পঢ়িছে যে কবিতা গছত লাগিছিল। সি ছেক্সপিয়েৰৰ Romance, ইংলণ্ডৰ Romance, কিন্তু অসম এনে আচৰিত ঠাই, জুৰুলা মেমেৰা অসমীয়া ভাষাত কবিতাৰ প্রাচুর্য্য ইমান প্রবল যে ইয়াৰ কবিতা বতাহতে উৰি ফুৰে। অসমীয়া গৰু-ৰখীয়া মহৰখীয়াৰ মুখে মুখে কবিতা, জাকৈয়া আৰু ধানদাৱনী তিৰোতাৰ মুখত কবিতা, শোক ৰেজাৰত অভভূতা তিৰোতাৰ কাকূতি মিনতিত কবিতা। কিন্তু সেই কবিতাবোৰ এতিয়াও সংগ্রহ কৰি সাহিত্যত পৰিণত কৰা নাই। অসমীয়া বৰগীত, দেহবিচাৰৰ গীত, গৰখীয়া গীত, আইনাম, বিয়ানাম, ধাইনামবোৰ সংগ্রহ কৰি প্রকাশ কৰিলে আমাৰ সাহিত্যত নতুন সৃষ্টি হব, অতি উপাদেয় গ্রন্থ হব। সেই গীত-বোৰ অকল কবিত্বপূর্ণই নহয়, সিহঁত জাতীয় (National)। অসমীয়া সাধুকথা কিছুমান বেজবৰুৱা ডাঙ্গৰীয়াই সংগ্রহ কৰি প্রকাশ কৰিছে, আৰু অসংখ্য সাধুকথা কাহিনী আছে, যাক আজিকালিতে ৰক্ষা কৰিলে নোহোৱা হব। এইবোৰ জাতীয় গীতনাম সাধুকথা আৰু

কাহিনী আমি লাহে লাহে পাহৰিবলৈ ধৰিছোঁ আৰু কিছুমান বছৰৰ পিচত সিহঁত একেবাৰেই নোহোৱা হব। গতিকে অসমীয়া ছাত্ৰৰ যদি অসমীয়া ভাষাৰ প্ৰতি বিশেষ কিবা কৰ্ত্তব্য আছে, সি এই জাতীয় বস্তুখিনি সংগ্ৰহ কৰি ৰক্ষা কৰা। ইয়াৰ বাহিৰে অসমৰ ইতিহাস আৰু প্ৰত্নতত্ত্বৰ বিষয়ে ছাত্ৰসকলে ইচ্ছা কৰিলে যথেষ্ট কৰিবলৈ আছে। অসমৰ হাবিয়ে বননিয়ে পৰ্ব্বতপাৰণ্ডে অতীতৰ কাৰুকাৰ্য্য, ঐতিহাসিক সত্যতথ্য ইমান এতিয়াও বৰ্ত্তমান আৰু উদ্ধাৰৰ চেষ্টা নোহোৱাত সি মাটিত এনেভাৱে জাহ যাব লাগিছে যে বাকী নাই। অসমৰ ডেকাসম্প্ৰদায়ে ইচ্ছা কৰিলে অলপ কায়িক কষ্ট স্বীকাৰ কৰিয়েই অসমৰ পুৰণি ইতিহাস সম্বন্ধে প্ৰচুৰ সঁজুলি সংগ্ৰহ কৰিব পাৰে।

অসমীয়া ছাত্ৰৰ সাহিত্য সভাৰ উদ্দেশ্য অকল মোৰ ওপৰোল্লিখিত বিষয়তে আবদ্ধ নহয়; তাৰ বাহিৰেও ইয়াৰ আৰু মহৎ উদ্দেশ্য আছে। গোটেই অসমৰ স্কুল কলেজৰ ছাত্ৰ এক হৈ পৰস্পৰ ভাব বিনিময় আৰু সৌহাৰ্দ্দ ভাব স্থাপন কৰাও এই আন্দোলনৰ উদ্দেশ্য। বঙ্গালীত যাক "মেলামেশা" বোলে ই ঠিক তেনে নহয়, ইয়াৰপৰা কোনো বিষয়ত দেশৰ স্থায়ী উন্নতি আৰু সাহিত্যৰো প্ৰভূত কল্যাণ সাধন হব পাৰে।

অসমীয়া ছাত্ৰসম্প্ৰদায়ৰ ভিতৰত এটা কুসংস্কাৰ আছে—সিবিলাকৰ বহুতে ভাবে সাহিত্যচৰ্চ্চা কিছুমান বিভিন্ন প্ৰাণীৰ কাম। তাত সকলোৱে হস্তক্ষেপ কৰা উচিত নহয়; সি অন্ততঃ সিবিলাকৰ কৰ্ত্তব্যৰ ভিতৰত নপৰে! মাতৃভাষাৰ প্ৰতি যে সকলো ছাত্ৰৰে এটা অপৰিহাৰ্য্য কৰ্ত্তব্য আছে তাক অনেক সময়ত সিবিলাকে উপলব্ধি কৰিব নোৱাৰে। পাঠ স্পৃহা আমাৰ মাজত বৰ বলী নহয়। কায়িক উন্নতিৰ কাৰণে আমি যি যি উপায় অবলম্বন কৰিছোঁ আৰু স্বাস্থ্যৰক্ষা আৰু দীৰ্ঘজীৱন লাভৰ

কাৰণে অপৰিহাৰ্য্য বুলি পালন কৰিছোঁ, মানসিক উৎকৰ্ষ সাধনৰ নিমিত্তে আমি কি কৰিছোঁ? অৰ্থকৰী ভাষা শিকি জীৱিকা আৰ্জ্জনৰ উপায় উলিওৱাত বাজে আমাৰ ভিতৰত কেইজনে প্ৰকৃত মানসিক সাধনা (Culture) কৰিছে? ই আমাৰ ভালৰ লক্ষণ নহয়। অসমীয়া ভাষাৰ প্ৰতি লোকৰ প্ৰেম জন্মোৱা, অসমীয়া সাহিত্যৰ চৰ্চ্চাৰ ভাব জাগ্ৰৎ কৰা, Assamese Reading Public গঠন কৰাও এই সভাৰ উদ্দেশ্য। আমাৰ যিবিলাক লোকে বিজ্ঞানবিষয়ত, ডাক্তৰী বিভাগত শিক্ষা লাভ কৰে সিবিলাকৰ বহুতে সাহিত্যচৰ্চ্চা সিবিলাকৰ কৰ্ত্তব্য নহয় বুলি ভাবে আৰু তাৰ ফলতে অসমীয়া কিতাপ এখনিও সেই বিষয়ত ওলোৱা নাই। শিক্ষাৰ বিভিন্ন বিভাগত থকা বিভিন্ন ভাব আৰু বিভিন্ন অভিৰুচিত ছাত্ৰৰ অসমীয়া ভাষালৈ আগ্ৰহ জন্মোৱা এই সভাৰ অন্যতম উদ্দেশ্য।

আমাৰ দেশত বহুত সংস্কৃত পণ্ডিত আছে। সিবিলাকৰ ভিতৰত কোনো কোনো জন অগাধ পণ্ডিত, বহুশাস্ত্ৰপাৰদৰ্শী। কিন্তু সিবিলাকৰ পৰা অসমীয়াভাষাৰ কোনো হিত হোৱা নাই। সংস্কৃত পঢ়া ছাত্ৰ সকলে বেলেগভাবে স্বকীয়া সমাজ পাতি থাকিব খোজে। সিবিলাকৰ লগত মিলিত হৈ যুটীয়া চেষ্টাৰে সকলো অসমীয়া ছাত্ৰে মাতৃভাষাৰ উন্নতি ৰক্ষাৰ্থে উদ্যোগ কৰিব লাগে। সংস্কৃত টোলৰ ছাত্ৰ সকলৰ লগত মিলিজুলি সিবিলাকক আজিকালিৰ ধৰণেৰে উঠিবলৈ উদগাব লাগে। এতিয়া আৰু পাচ হুহঁকি থকাৰ সকাম নাই। এতিয়া নিজৰ অৰ্থচিন্তা আৰু পৰিয়ালৰ অন্নচিন্তালৈ থাকিবৰ দিন অসমীয়াৰ নাই। এতিয়া প্ৰত্যেক অসমীয়াই উন্নতিত যোগ নিদিলে অসমীয়াৰ অস্তিত্ব ৰক্ষা পৰা টান।

মুঠতে বিবিধ সজ আৰু মহৎ উদ্দেশ্য হৃদয়ত লৈ আজি সকলো

অসমীয়া ছাত্ৰ লগ লাগিছে। সিবিলাকৰ সম্মিলনৰ আজি আৰম্ভণ ; ই আজিতে শেষ হবনে, নতু অনন্তকাললৈ চলি থকা এটা আন্দোলনৰেই হে ই সূত্ৰপাত তাক আজিৰ সভাত আলোচনা কৰি সাব্যস্ত কৰা যাব। আজিৰ এই অনুষ্ঠানৰ উদ্দেশ্যৰ মই কেবল পাতনি হে পাতিলোঁ।

উপসংহাৰত কব লগীয়া এয়ে যে, দেশৰ উন্নতি, ভাষাৰ উন্নতি, সাহিত্যৰ পুষ্টিসাধন আদি গুৰু কাম অল্পমতি অদূৰদৰ্শী ছাত্ৰৰ পৰা হোৱা টান। সিবিলাকৰ এই আয়োজন, সেইবোৰ উদ্দেশ্য সাধনৰ কাৰণে উপযুক্ত হবলৈ হে। ভাষা-চৰ্চাৰ কাৰণে, সাহিত্যৰ উন্নতিৰ কাৰণে মুঠতে দেশৰ কামৰ কাৰণে উপযুক্ত হবলৈ শিকাই হে প্ৰকৃত শিক্ষা। সেই শিক্ষাত দিন লাগে, এদিন দুদিনতে নহয়। একে দিনাই কোনোৱে সাহিত্যিক কৰি, জ্ঞানী হব নোৱাৰে। তাৰ নিমিত্তে অভ্যাস (Prepa-ration) লাগে। স্বাৰ্থত্যাগ কৰিবলৈ শিকা নিজৰ চিন্তা এৰি দহৰ কাৰণে চিন্তিবলৈ শিকা, দেশৰ কাৰণে জীৱন দিবলৈ শিকা, অতি গুৰুতৰ কাম। তাক এদিন দুদিনৰ চেষ্টা নালাগে বহুবছৰৰ চেষ্টাতো সাধিব নোৱাৰি, যদি নিয়মিত সময়ত তাৰ শিক্ষা আৰম্ভ নহয়। মাতৃভাষাৰ প্ৰতি স্নেহ, স্বদেশৰ প্ৰতি প্ৰেম সৰুৰেপৰা হিয়াত পুহিব লাগে। দেশৰ কাম কৰিবলৈ, স্বাৰ্থ এৰিবলৈ, পৰোপকাৰ কৰিবলৈ সৰু কালৰে পৰা শিকিব লাগে। ছাত্ৰজীৱন হৈছে অভ্যাসৰ জীৱন, কাম কৰিবলৈ শিকাৰ সময়, অকল স্কুল কলেজৰ পাঠ শিকি, পৰীক্ষা পাচ কৰি জীবিকা আৰ্জ্জনৰ উপায় শিক্ষা কৰা টোৱেই ছাত্ৰৰ একমাত্ৰ কৰ্ত্তব্য নহয়। বৰঞ্চ সেইটো গৌণ কৰ্ত্তব্য। প্ৰত্যেক ছাত্ৰৰ মুখ্য কৰ্ত্তব্য হৈছে ভবিষ্যৎ জীবনৰ কাৰণে সাজু হোৱা, প্ৰকৃত মনুষ্যজীৱন যাপন কৰিবলৈ উপযুক্ত হোৱা। মনস্বী অধ্যাপক যদুনাথ চৰকাৰে বেহাৰীছাত্ৰসম্মিলনৰ একাদশ অধিবেশনত সভাপতিৰ আসনৰ পৰা যথাৰ্থতে কৈছিল—

Students are men in a state of training, in a state of preparation. With them everything else should be subordinated to the supreme end of completing and perfecting the preparation.

আমাৰ এই সাহিত্যসভাৰ প্ৰত্যেক সভ্যই জ্ঞানী অধ্যাপকৰ এই কথাকেইষাৰ মনত ৰাখিব যেন।

ছাত্ৰৰ কৰ্ত্তব্যসম্বন্ধে অধ্যাপক চৰকাৰে সেই সভাত যি কৈছিল, সি অতি সাঁকৰা, অতি হৃদয়গ্ৰাহী। আমাৰ সাহিত্যসভাৰ প্ৰত্যেক সভ্যই ছাত্ৰৰ সেই কৰ্ত্তব্য উপলব্ধি কৰিলে আমাৰ সভাৰ উদ্দেশ্যসাধন হব। আৰু একেষাৰ কথাৰে কবলৈ গলে এই সাহিত্যসভাৰ অথবা ইয়াৰ পৰাই যদি ভবিষ্যতে অসমীয়া ছাত্ৰৰ সাহিত্যসম্মিলন বা অসমীয়া ছাত্ৰৰ সম্মিলন স্থাপন হয় তেন্তে সেই সম্মিলনবোৰ উদ্দেশ্য ছাত্ৰৰ এই কৰ্ত্তব্যপালনত বাজে অইন একো হব নোৱাৰে। তেওঁ কৈছিল :—

If therefore a student is truly patriotic, it is his duty, no less than his personal interest to make himself as good a student as he can to make himself most efficient for his life's work.

সভাৰ উদ্দেশ্য বৰ্ণনা কৰিবলৈ গৈ মই বহুত কথা লিখিলোঁ। মোৰ কথাবোৰ মন দি শুনাবাবে আপোনালোকক অশেষ ধন্যবাদ দিছোঁ। পৰিশেষত আমাৰ সমিতিৰ হৈ মই আপোনালোকক সাদৰে অভ্যৰ্থনা কৰিছোঁ। আপোনালোকে এতিয়া নিয়মিতৰূপে সভাৰ কাৰ্য্য আৰম্ভ কৰক।

———

# সাহিত্যত করুণ-ৰস

চৈতানৰ উদয়ৰ পৰা মৰণলৈকে মানবজীৱন এটা সুদীৰ্ঘ কাৰুণ্যৰ আবেগ মাথোন; নাইবা, গভীৰ নৈৰাশ্যৰ দীৰ্ঘ নিশ্বাস। ইচ্ছা, আকাঙ্ক্ষা, অতৃপ্ত বাসনা, হাঁহি, কান্দোন—সকলো মানসিক প্ৰবৃত্তি মোহৰ লগ-লাগি কেবল করুণ ধ্বনিত পৰিণত হয়। সূৰ্য্যোদয়ৰ লগে লগে মনত যি অদম্য আশাৰ সঞ্চাৰ হয়, হৃদয়ত যি শূন্যৰ লগতে মিহলি হৈ যাবৰ আবেগ হয়, সূৰ্য্যাস্তৰ সময়ত আত্ম-বিশ্লেষণ কৰি চালে সেই উদ্দাম উৎসাহৰ শতাংশৰ এভাগো কামত পৰিণত নহয়। পুৱাৰ নব-বিকসিত জীৱনোচ্ছ্বাস সকলোৱে জীৱনত সন্ধিয়াৰ নৈৰাশ্যৰ দীৰ্ঘনিশ্বাসস্বৰূপে বাহিৰ হয়। জীৱনৰ এই ভীষণ নৈৰাশ্যৰ হাত সাৰিবলৈকে যোগী-সকলে শূন্যতে আশাৰ কণিকা বিচাৰি বিচাৰি জীৱন অতিবাহিত কৰে। জগতৰ অমৰ কাব্যবোৰ অনেক সময়ত জীৱনশ্মশানৰ হাহাধ্বনি, অনেক সময়ত গভীৰ নৈৰাশ্যৰ মৰ্ম্মভেদী শ্বাস। এই নিশ্বাসেই প্ৰকৃত জীৱনশ্বাস আৰু এই নিশ্বাসতেই সকলো সুকুমাৰ কলাৰ উৎপত্তি হয়।

নব্য জগতৰ সুবিখ্যাত চিত্ৰকৰ ইটালীদেশীয় মাইকেল এঞ্জিলোৰ চিত্ৰবোৰ কেৱল বিষাদৰ ভিন্ন ভিন্ন অৱস্থাৰ প্ৰতিমূৰ্ত্তি মাথোন। তেওঁৰ চিত্ৰবোৰ পঢ়ি চালে, জগতত আশা আনন্দ আদি নাই যেন লাগে। তেওঁ অঁকা ছবিত কোমল শিশুৰ হাস্যময় মুখৰ পিনে চাই থাকিও মাকৰ মুখত কেৱল ভীষণ নিৰাশাৰ ভাব এটা হে পৰিস্ফুট হয়, অথচ মাইকেল এঞ্জিলোৰ নিচিনা যশ, গৌৰৱ, ধনসম্পদ, অক্ষুণ্ণ স্বাস্থ্য আৰু সুদীৰ্ঘ

জীৱন অলপ মানুহৰ ভাগ্যতহে কেতিয়াবা কদাচিত ঘটে। দিব্য চকুৰে তেওঁ জগতত বিষাদত বাজে অইন একো পদাৰ্থ বা ভাব বাস্তৱ নেদেখিলে।

সংস্কৃতসাহিত্যৰ শ্লোক-ছন্দৰ জন্ম-কাহিনী সকলোৰে মনত আছে। নিৰ্ম্মল-সূৰ্য্য-কিৰণ-বিধৌত পুণ্যতোয়া তমসাৰ তীৰত মহামুনি বাল্মীকিয়ে স্নান-তৰ্পণাদি কৰিবলৈ গৈ নিকৰুণ ব্যাধৰ শৰত ক্ৰৌঞ্চপক্ষী এটা গছৰ পৰা পৰি যোৱা দেখিলে। তেতিয়া নিজৰ অতৰ্কিতভাবে, ইয়াৰ আগেয়ে জগতত নোহোৱা, এনেকি মহামুনিয়ে নিজেই নজনা, শ্লোক-ছন্দেৰে নিজৰ কৰুণভাব বিস্ফুৰিত হৈ গল,

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্ ॥"

নভবা নিচিন্তাকৈ এই শ্লোকটো হঠাৎ উচ্চাৰণ কৰিয়েই মুনিয়ে ভাবিব ধৰিলে, "শোকাৰ্ত্তেনাস্য শকুনেঃ কিমিদং ব্যাহৃতং ময়া।" তেওঁ নিজে ভাবি চিন্তি একো ঠিক কৰিব নোৱাৰি তেওঁৰ শিষ্যসকলক কলে। তেওঁলোকেও বিশেষ ভাবি চিন্তি একো অৰ্থ বুজিব নোৱাৰি বাৰে বাৰে সেই শ্লোকটো গাব ধৰিলে।

"তস্য শিষ্যাস্ততঃ সৰ্ব্বে জগুঃ শ্লোকমিমং পুনঃ।
মুহুৰ্ম্মুহুঃ প্ৰীয়মাণাঃ প্ৰাহুশ্চ ভৃশবিস্মিতাঃ ॥"

কিন্তু বৰ আচৰিত কথা যে যি ভাবটো তেওঁলোকে অনেক চেষ্টা কৰিও বুজিব নোৱাৰিছিল, বাৰে বাৰে গাওঁতে গাওঁতে সেই ভাবটো যেতিয়া হৃদয়ঙ্গম হল, তেতিয়া দেখিলে যে ঋষিৰ শোক গৈ এটা নতুন ছন্দত পৰিণত হৈছে।

"সমাক্ষৰৈশ্চতুৰ্ভিৰ্যঃ পাদৈৰ্গীতো মহৰ্ষিণা।
সোঽনুব্যাহৰণাদ্ভূয়ঃ শোকঃ শ্লোকত্বমাগতঃ॥"

অৰ্থাৎ ঋষিৰ শোকভাব শ্লোকৰূপে প্ৰকাশ পাইছে অথবা ঋষিৰ শোকেই শ্লোক। দুয়ো দুটা ভিন্ন পদাৰ্থ নহয়। অলপ বহলাই নকলে, এইখিনি বুজা টান। মহামুনি বাল্মীকিবিষয়ক এই উপাখ্যানটোৰ নিগূঢ় অৰ্থ আছে। প্ৰথমতঃ সাহিত্য বা মহাকাব্য বা কবিতা বোলা বস্তুটো মানুহে ইচ্ছা কৰিলেই মেজ, মাচিয়া আদিৰ দৰে সাজিব নোৱাৰে। কবিতা প্ৰকৃত মানুহৰ হৃদয়ত আপোনা-আপুনি সৃষ্ট হয়, আৰু বাহ্যজগতৰ বা অন্তৰ্জগতৰ কোনো এটা ঘটনাৰ উদ্দেশ্য লৈ মহামনি মনুৱে হাঁচি মাৰোঁতে ইক্ষাকু জন্মাৰ দৰে জন্মে। দ্বিতীয় প্ৰসঙ্গটো এই প্ৰবন্ধত বহলাব লাগিব। শ্লোকছন্দ যে শোকজনক ঘটনাৰ পৰাহে উদ্ভূত হল, ইতো আনন্দজনক ঘটনাৰ পৰাও সম্ভূত হব পাৰিলে-হেতেন ?

ছন্দ-শাস্ত্ৰ পঢ়ি অনেক সময়ত মানুহৰ ভুল ধাৰণা হয় যে ছন্দবোৰ কেবল বিশেষ নিয়ম অনুসাৰে ভাগকৰা অক্ষৰ-সমষ্টি। কিন্তু সেইটো প্ৰকৃত অৰ্থ নহয়। সকলো ছন্দ নানা তৰহৰ ভাবৰ তৰঙ্গপৰিমাপক সঙ্গীতৰ সুৰ মাথোন। মানুহৰ শৰীৰ আৰু মনৰ আভ্যন্তৰীণ প্ৰক্ৰিয়া-বোৰৰ লগত সিহঁতৰ অতীব ঘনিষ্ঠ সম্বন্ধ। সেই দৰে শ্লোক-ছন্দও ভাব-তৰঙ্গ-পৰিমাপক সুৰ হে। কিন্তু প্ৰথমেই শোকৰ লগত ই সংশ্লিষ্ট হল কিয় ? শোক-ৰস বা করুণৰসেই প্ৰকৃত জীৱন-ৰস। পৃথিৱীত আহি পৰোঁতেই ক্ৰন্দনধ্বনিৰ দ্বাৰা মানুহে নিজৰ আগমনসম্বাদ জনায়। তৰ্কিত বা অতৰ্কিত ভাবে সমস্ত জীৱন-প্ৰবাহৰ লগতে এই করুণৰস মিহলি হৈ থাকে।

আমি যিমানেই নাহাঁহোঁ, যিমানেই চাৰিওফালৰ আনন্দ-উৎসৱত

আমাক বুৰাই ৰাখিব নোখোজোঁ, আমাৰ মগ্ন চৈতন্যত (Submerged consciousness) কৰুণ প্ৰবাহ চলি থাকে। মগ্ন চৈতন্যৰ এই কৰুণ-ধ্বনিক লক্ষ্য কৰিয়েই তৰুণ ইংৰাজ কবি ছেলীয়ে কৈ গৈছে—

"Our sincerest laughter with some pain is fraught,
Our sweetest songs are those that tell of saddest thought."

এই নিফুট শোকৰ সুৰকে লক্ষ্য কৰি দাৰ্শনিক কবি মেথিউ আৰ্ণল্ডে 'Buried life' 'মগ্নজীৱন' নামে কবিতাত কৈ গৈছে—

'Yet still, from time to time, vague and forlorn,
From the soul's subterranean depth upborne,
As from an infinitely distant land,
Come airs and floating echoes and convey
A melancholy into all our day."

জনমৰ পৰা মৰণলৈকে জীৱন যেনে শোকৰ উচ্ছ্বাস, জন্মিয়েই মানুহে যেনেকৈ কান্দি উঠে, সাহিত্য বা মহাকাব্যও তেনে শোকৰ উচ্ছ্বাস মাথোন, আৰু সাহিত্যয়ো জন্মমহূৰ্ত্তে শোকসংশ্লিষ্ট শ্লোকছন্দেৰে গভীৰ বেদনা জনাইছে। মহামুনি বাল্মীকি জগতৰ আদি কবি আৰু মহাকাব্য ৰামায়ণো জগতৰ আদি কাব্য, আৰু জগতৰ আদি কবিতা 'মা নিষাদ' ইত্যাদি পদফাকি। আৰু এই সকলোবোৰ এক কৰুণৰসেৰে আবিদ্ধ। এই যুক্তিবোৰ বহুতে অদ্ভুত বুলি ভাবিব পাৰে। কিন্তু এই অদ্ভুতত্ব আমাৰ যুক্তিত নহয়, জগতৰ সাহিত্যৰ বুৰঞ্জীতহে। প্ৰতীচ্য জগতৰ সাহিত্যৰ উন্মেষ হয় কবিগুৰু হোমাৰৰ ইলিয়াডত আৰু ইলিয়াড মহাকাব্য একে কৰুণৰসতেই লিখা নহয়, এনেকি একে কৰুণৰসাত্মক বিষয় লৈ লিখা। তাৰ পিচত ইউৰোপৰ সাহিত্যই মধ্যযুগৰ অন্ধকাৰত

আধা মৰা হৈ থাকি, নবীন যুগৰ আদিতে গভীৰ মৰ্ম্মভেদী, হৃদয়বিদাৰক আৰ্ত্তস্বৰেৰে ইটালীৰ মহাকবি ডান্তেৰ 'Divina Comedia' নামক মহাকাব্যত নিজৰ পুনৰ্জন্ম জগতক জ্ঞাপন কৰিলে। ডান্তেৰ মহাকাব্যত শোক কৰুণৰসতেই থকা নাই, ধুমুহাৰ দৰে সমস্ত জগততে বিয়পি পৰিছে। এই ভীষণ ৰসতেই সাহিত্যৰ জীৱন। কেতিয়াবা উত্তাল তৰঙ্গৰ দৰে, কেতিয়াবা কুলুপ্ৰবাহিণী স্ৰোতৰ দৰে নানামূৰ্ত্তিৰে ই সাহিত্যত প্ৰকাশ পায়।

মোটামুটিকৈ কবলৈ গলে, কৰুণৰস সাধাৰণতঃ তিনি ৰকমে প্ৰকাশ পায়। (১) ৰুদ্ৰ বা প্ৰচণ্ড মূৰ্ত্তিৰে, (২) অসংযত অথচ কোমল প্ৰকৃতিৰে আৰু (৩) সংযত অথচ সহনীয় প্ৰকৃতিৰে। ইয়াৰ ভিতৰত অসংযত আৰু সংযত প্ৰকৃতিৰ বিষয় লৈহে এই প্ৰবন্ধত দুইএক আষাৰ কথা কোৱা হব। প্ৰচণ্ড কৰুণৰসৰ কথা ইয়াত কব নোৱাৰি। সি ইমান জটিল যে মহতোহপি মহান কবিসকলহে তাক প্ৰকাশ কৰিবলৈ সমৰ্থ হয়। সাধাৰণতঃ নাটকতহে তাক কবিসকলে প্ৰকাশ কৰে। প্ৰচণ্ড কৰুণৰস দেখুৱাই কৃতকাৰ্য্য হব খোজা কবিসকলৰ দৈৱশক্তি বা genius লাগে। মুঠতে, প্ৰচণ্ড কৰুণৰসৰ সেই ভীষণত্বৰ কথা ইঙ্গিতকৈ কব খুজিলে ইয়াকে কব পাৰি যে সংসাৰৰ ঘাতপ্ৰতিঘাতত ই এবাৰ মানৱ হৃদয়ত উপজিলে মানৱজীৱন "প্ৰমথামানো গিৰিণেৱ ভূয়ঃ" যেন হৈ উঠে। ফেনফোতকাৰে মানৱজীৱন ছিন্ন-বিচ্ছিন্ন হৈ যায়।

সাহিত্যত অসংযত শোকৰস ঃ—

কৰুণ ৰস বেলেগ বেলেগ প্ৰকৃতিৰ কবিৰ মনত বেলেগ বেলেগ শ্ৰেণীৰ কাব্যত সংযত-অসংযতভাৱে প্ৰকাশ পায়। তাত বাজেও জাতীয় জীৱন আৰু জাতীয় সভ্যতাৰ বেলেগ বেলেগ উদ্দেশ্য অনুসাৰে সংযত অসংযত নানাৰূপে শোকৰস সাহিত্যত প্ৰতিফলিত হয়।

এক শ্ৰেণীৰ কবি আছে তেওঁলোকে বতাহত উৰি ফুৰাৰ দৰে ভাব-বতাহত উৰি ফুৰে। তেওঁলোকৰ মনৰ ওপৰত কোনো সংযম নাই। তেওঁলোকক ভাবে কোবাই লৈ ফুৰে। যেতিয়া যি ভাব মনত খেলায় তেতিয়া তেওঁলোকে জগতখনকে হয় সেই ভাবময় দেখে নাইবা সেই ভাব জগতত পূৰ্ণৰূপে বিৰাজ নকৰে বুলি বাস্তৱ জগতত কোনো আনন্দৰ প্ৰতিমূৰ্ত্তি নেদেখা হয়। সংস্কৃতৰ কাননকবিতাবোৰত (pastoral poems) 'কীচক' বুলি এবিধ বেণুৰ উল্লেখ পোৱা যায়। গ্ৰীকসকলৰ কাননকবিতাতো এই নিচিনা এবিধ বেণুৰ উল্লেখ আছে, তাক Aeolian harp বোলে। এই বোৰ বেণু বতাহ লাগিলে আপোনাআপুনি বাজি উঠে। এই শ্ৰেণীৰ কবিবিলাকক সেই বেণুৰ লগত পূৰ্ণভাবে তুলনা কৰিব পাৰি। ভাব আহিলে তেওঁলোক আপোনাআপুনি উথলি উঠে; গাত চেতনা নাই, মনত সংযম ধৈৰ্য্য একোৱেই নোহোৱা হয়। কাজেই শোকৰসত আপ্লুত হলে আৰ্ত্তস্বৰেৰে তেওঁলোকে অসহ্য যন্ত্ৰণা জনাই থাকে। এজন তৰুণ কবিয়ে ব্যৰ্থ জীৱনৰ বিফল প্ৰয়াস জনাই স্বেচ্ছা-বিহাৰী বতাহক সম্বোধন কৰি কব লাগিছে,

"Oh, lift me as a wave, a leaf, a cloud !
I fall upon the thorns of life, I bleed !
A heavy weight of hours has chained and bowed,
One too like thee : tameless, swift and wild."

লোকৰ শোক বৰ্ণাব লাগিলেও তেওঁলোকে শোকপ্ৰকাশক সকলোবোৰ সঙ্কেতকে শেষ কৰিব। তথাপি তেওঁলোকে ভাবে যেন শব্দ, সঙ্কেত, বাহ্যজগত, সকলোবোৰৰ শোকপ্ৰকাশক শক্তি লগ কৰিলেও তেওঁলোকৰ হৃদয়ৰ অসহ্য বেদনা অপ্ৰকাশ হৈয়েই থাকে। আৰু এজন তৰুণ কবিয়ে নায়কৰ মৰণসম্বাদত নায়িকাৰ দুখ বৰ্ণাইছে। যেনে :—

"And she forgot the stars, the moon, the sun,
And she forgot the blue above the trees."

ইত্যাদি ইত্যাদি ধৰণে ৮।৯ শাৰী কৈয়েই গৈছে।

সংস্কৃত নাটকবোৰত এই অসংযত করুণৰসে বানপানীৰ দৰে সকলোকে উটাই লৈ যায়। উন্মাদ, মূৰ্চ্ছা, চিত্ত-বিভ্ৰম আদি নানা আকাৰে ই সংস্কৃত নাটক-সাহিত্যত প্ৰকাশ পায়। শকুন্তলা, উত্তৰচৰিত, বিক্ৰমোৰ্ব্বশী, মালতীমাধব আদিৰ নায়কসকলৰ কম বেচি সকলোৱে আত্মহাৰা হৈ বলিয়াৰ দৰে অনেক সময়ত এনে অসংযত ভাবে শোক প্ৰকাশ কৰিছে যে কোনোবা কোনোবা ঠাইত তেওঁলোকলৈ সহানুভূতি নহবই খোজে। কিন্তু অতীতৰ জাতীয় জীৱনৰ অথবা সাহিত্যজীৱনৰ লক্ষ্য বুজিহে এই বোৰক বিচাৰ কৰিব পাৰি।

ইয়াতে অইন অইন দেশৰ দৃশ্য কাব্যতো শোকৰস কেনেকৈ প্ৰকাশ পায় তাৰ কথা সংক্ষেপে কোৱা যাওক। মহাকবি ছেক্সপিয়েৰৰ নাটক বোৰতো শোকৰ অসংযত ভাৱেই বেচি ভাগ প্ৰকাশ পায়। এজনে পুত্ৰশোকাকুল জননীক সান্ত্বনা দি কৈছে—" Patience, good lady! Comfort, gentle Constance." জননীৰ অসংযত শোক-সংজ্ঞাপক উত্তৰ—

"No, I defy all counsel, all redress,
But that which ends all counsel, true redress,
Death, death! O amiable, lovely death!
Thou odoriferous stench, sound rottenness!
Arise forth from the couch of lasting night"

কিন্তু এনে বিৰহিণী জননীৰ চিত্ৰকে গ্ৰীক মহাকবি সকলে একেবাৰেই ভিন্নৰূপে চিত্ৰিত কৰিছে। প্ৰাচীন গ্ৰীকসকল অতীব ধৰ্ম্মপৰায়ণ আৰু

কৰ্ত্তব্যনিষ্ঠ আছিল। তেওঁলোকৰ মনত কৰ্ত্তব্য আৰু ধৰ্ম্মৰ প্ৰভেদ নাছিল। যি অৱস্থাৰ যি কাম তাক কৰিবলৈ চেষ্টা কৰি সফল কৰা বা সেই চেষ্টাতেই মৰাটোকে তেওঁলোকে জীৱনৰ উদ্দেশ্য বুলি ধৰি লৈছিল। কাজেই শত্ৰুৰ হাতত অন্যায় হত্যা খবৰ শুনি তেওঁলোকে দু-আষাৰ শোকব্যঞ্জক কথাৰে অন্তৰ্বেদনা জনাই গভীৰ প্ৰশান্ত মূৰ্ত্তিৰে কৰ্ত্তব্য পথত আগুৱান হল। জননীক সম্বোধন কৰি এজনে কৈছে—

"Look up, O Queen ! look up, O mistress dear !
Look up and see thy friends who comfort thee."

জননীয়ে কেৱল উত্তৰ দিছে—""Ah...Ah...Ah...me ?"

সাহিত্যত সংযত করুণৰস :—

অসংযত শোকৰস প্ৰকাশ কৰোঁতে কবিসকলে অনেক সময়ত বহিৰ্জগতকো শোকৰ প্ৰতিমূৰ্ত্তিৰূপে চিত্ৰিত কৰে। নায়কনায়িকা-সকলৰ গভীৰ মানসিক অশান্তি৽, প্ৰকৃতি দেৱীয়েও বিদ্যুৎ, ধুমুহা, বৰষুণেৰে নিজৰ অশান্তিৰ পৰিচয় দিয়ে। কিন্তু সংযত শোকত স্থাৱৰ প্ৰকৃতি একেবাৰেই অন্ধকাৰৰ প্ৰতিমূৰ্ত্তিস্বৰূপে কল্পিত নহয়। এই-বিধ করুণৰসত পোহৰ আৰু আন্ধাৰৰ প্ৰতিমূৰ্ত্তি লগালগিকৈ থাকে। শোক থাকে কিন্তু মানুহৰ ধৈৰ্য্যচ্যুতি নহয়। গভীৰ অশান্তি থাকে কিন্তু মানুহে কৰ্ত্তব্যনিষ্ঠা নাপাহৰে। সাধাৰণতঃ সংযত শোক কোনেও নেদেখা চকুলো আৰু অন্তৰ্ভেদী দীঘলীয়া হুমুনিয়াৰেই প্ৰকাশ পায়। জীৱন-ৰসৰ প্ৰধান লক্ষ্য আনন্দৰ মূলস্বৰূপ মানসিক সংযমৰ ওপৰত প্ৰতিফলিত হৈ ভীষণ মৰ্ম্মদাহস্বৰূপে ই জলি থাকে।

এইবিধ করুণৰস দেখুৱাওঁতেহে মহাকবিসকলে বিচিত্ৰ কৌশল ব্যবহাৰ কৰে। কবিৰ বিশেষ শক্তি নাথাকিলে, করুণৰসাত্মক বিষ-

য়েই পাঠকসকলৰ চকুলো নুলিয়ায়, তেওঁলোকক হঁহুৱায়হে। সংযত শোক প্ৰকাশ কৰিবলৈ ইমান টান, অথচ প্ৰকাশ কৰিব পাৰিলে মানুহৰ মনত ইমান লাগি যায়! সাধাৰণতঃ, সংযত হৃদয়-বেদনা সংযমৰ পোহৰেৰেই দেখুওৱা হয়। সংযম আৰু কাৰুণ্য একে লগে থাকিলে, ইটোৱে :সিটোৰ বুকুত জলি ভয়াবহ প্ৰকৃতি ধাৰণ কৰে। অলপ পোহৰ থাকিলেহে অন্ধকাৰ আৰু গভীৰ, আৰু ভীষণ হৈ উঠে। এনে অৱস্থাৰ পোহৰক পোহৰ নুবুলি কেৱল অন্ধকাৰপ্ৰকাশক ভাষা বা সঙ্কেত হে বুলিব পাৰি। গভীৰ নিশা শ্মশানৰ জুয়ে জগতৰ অন্ধকাৰ শতগুণে ঘনীভূত কৰি তোলে, মৃত্যুশয্যাৰ ওচৰত শিশুৰ কোমল হাস্যধ্বনিয়ে সেই মুহূৰ্ত্তৰ অন্ধকাৰক পুঞ্জীকৃত কৰিহে তোলে।

আমি বাস্তৱিকে দৈনিক জীৱনত যিমানেই লক্ষ্য কৰি থাকোঁ, আমাৰ ভাল পোৱা বেয়া পোৱা সকলো মানসিক আবেগক, আমাৰ অবিৰাম, অশ্ৰান্ত কল্পনাশক্তিয়ে উদগাই দিয়ে। মানুহৰ আশা যেনেকৈ অতৃপ্ত. অন্তৰ্নিহিত, অনেক সময়ত অপৰিজ্ঞেয় ভবিষ্যৎ বাসনা লক্ষ্য কৰিহে থাকিব পাৰে, সেই দৰে মানুহৰ সৌন্দৰ্য্যৰ অনুসন্ধিৎসা বাস্তৱ জ্ঞানৰ বাহিৰত থকা বস্তুৰ উদ্দেশ্যেহে, নাইবা অসম্পূৰ্ণ পৰিস্ফুট আবেগক লক্ষ্য কৰিহে নিজে নজনাকৈ নিজতে লুকাই থাকে। অপৰিস্ফুট কুসুমকলিকা লৈ কল্পনা-শক্তিয়ে যিমান খেলা কৰিব পাৰে বা আনন্দ বা নিৰানন্দ পাব পাৰে, পূৰ্ণ বিকসিত কুসুমত সেই আনন্দ বা নিৰানন্দৰ ভাব একণো নাথাকে, অন্ততঃ কল্পনাশক্তিয়ে বিচাৰি নাপায়। কিয়নো ইয়াৰ ভবিষ্যৎ নাই, অথবা যি আছে সি জ্ঞান-গম্য। জ্ঞানৰ অগম্য সংযত শোক পৰিমাণ কৰিবলৈ গৈ কল্পনা শক্তিয়ে অনন্ত লীলা, অনন্ত খেলা খেলিবলৈ অৱকাশ পায়। কিন্তু হৃদয়নিহিত প্ৰশান্ত গভীৰ বেদনা প্ৰকাশ কৰিবলৈ কল্পনা শক্তিও অসমৰ্থ। সাগৰৰ পাৰত থিয় হৈ মানুহে

সাগৰৰ অনাদি অনন্ত প্ৰকৃতিৰ কথা ভাবি ভাবি আত্মহাৰা হে হব পাৰে, কি ভাবিলে কি বুজিলে ভাষাৰে প্ৰকাশ কৰি কব নোৱাৰে।

কবিৰ কল্পনা-শক্তিও মানবজীৱনৰ অনন্ত শোক-পাৰাবাৰৰ তীৰত নিজেই বিহ্বল হবহে পাৰে আৰু আনক নিজৰ ভাবাকুল অৱস্থাত পেলাবহে পাৰে, কিন্তু নিজৰ ৰহস্যময় ভাব আনক স্পষ্টকৈ কব নোৱাৰে। দুই এটা উদাহৰণ নিদিলে বুজিবলৈ বৰ জটিল।

মহাকবি কালিদাসৰ ৰঘুবংশত সীতাৰ বনবাস সকলোৱে পঢ়িছে। সকলোৰে মনত আছে, লক্ষ্মণে এৰি অহাৰ পিচত সীতাই নিজৰ ভূত, ভবিষ্যৎ, বৰ্ত্তমান আদি ভাবি ভাবি বাৰে বাৰে কেনেকৈ উদ্বিগ্না কুৰুৰা পক্ষীৰ নিচিনাকৈ ৰাৱ কাঢ়ি উঠিছিল; সেই আটাইবোৰ শ্লোক অতীব কাৰুণ্যসূচক কিন্তু সেই আটাইবোৰৰ ভিতৰত অতীব গভীৰ, প্ৰশান্ত, হৃদয়-দ্ৰাবক এই এটা শ্লোকৰ আধা খিনিহে,

"ভূয়ো যথা মে জননান্তৰেহপি ত্বমেব ভৰ্ত্তা নচ বিপ্ৰয়োগঃ।"

সীতাৰ মনৰ তীব্ৰ যাতনা বুজিবলৈ আগৰ শ্লোকবোৰ নপঢ়িলেও হয়, যদিও অমৰ সৌন্দৰ্য্যেৰে সেইবোৰো ভৰপূৰ। কিন্তু সেইবোৰত সেই তীব্ৰ মুহূৰ্ত্তৰ সীতাৰ উক্তি বুলি বিশেষ কোনো প্ৰকাৰৰ চিন নাই। তেনে অৱস্থাত প্ৰায় সকলোৱে তেনেকৈ বিলাপ কৰিব পাৰে, অথচ বিলাপ-কৰ্ত্তাৰ মনৰ ক্ৰিয়া তেনে শোকধ্বনিৰ পৰা অকণো কব নোৱাৰি।

মানুহ যেতিয়া সঙ্কুল অৱস্থাত আহি পৰে তেতিয়া আশা, ভাৰসা, ভাব, বাসনা, সুখ দুখৰ স্মৃতি বা কাল্পনিক ভবিষ্যৎ,—যিবোৰৰ সূক্ষ্ম প্ৰভাববোৰ লগ লাগি জীবনপ্ৰবাহত পৰিণত হয়,—অবস্থাৰ বিপৰ্য্যয় অনুসাৰে সেই সকলোবোৰ নিশাৰ সপোনৰ দৰে উৰি যায়, তেতিয়া মানুহৰ পক্ষে কেৱল দুটা বাট মুকলি হৈ থাকে। হয় তেওঁ অসহ্য তীব্ৰ

যাতনাত মৰি যায়, নহয় সকলো দুখ-শোক হৃদয়ত বান্ধি থৈ প্ৰশান্তভাৱে নতুন কৰ্ত্তব্যপথত নিমগ্ন হব। কিন্তু বুকুভৰা শোকৰ পৰিমাণ অন্যে দূৰৰ কথা নিজেই কব নোৱাৰে। তেতিয়া অনেকে, যি যি কাৰণৰ নিমিত্তে বৰ্ত্তমান দুৰৱস্থা হৈছে, সেই কাৰণবোৰ নাথাকিলে কি অৱস্থা হল-হেঁতেন, সেই সুখৰ ছবি কল্পনা কৰে, নাইবা ইহজনমত যি নোপোৱাৰ কাৰণে জীৱন ব্যৰ্থ হৈ গল, পৰজনমত সেই বস্তুকে পাম পাম বুলি সুখৰ কাল্পনিক ছবি মনত আঁকি মনক সান্ত্বনা দিবৰ চেষ্টা কৰে। কিন্তু সেই কাল্পনিক সুখৰ ছবিৰ পোহৰে কেৱল বৰ্ত্তমানৰ বাস্তৱ নিষ্ঠুৰতা শতগুণে বঢ়াই দিয়ে। বৰ্ত্তমানৰ যন্ত্ৰণা অসহ্য নহয় মানে কোনেও ভবিষ্যৎ কাল্পনিক সুখৰ ছবিত আত্ম-বিস্মৃত হব নোখোজে। এইবোৰ ভবিষ্যৎ সুখৰ মৰীচিকাই কেৱল আৰ্চীৰ দৰে বৰ্ত্তমানৰ বিষম যন্ত্ৰণাক দেখুৱাইহে দিয়ে। সীতাৰ যে মনত কিমান বিষাদ তাক তেওঁ নিজেই কল্পনা কৰিব নোৱাৰে, ভাষাৰে বৰ্ণাব নোৱাৰে:—কেৱলমাত্ৰ "পুনৰায় যেন তোমাকে পতিৰূপে পাওঁ, কিন্তু বিৰহ যেন আৰু নাথাকে।" 'বিৰহ নাথাকে,' এই কথাষাৰেই তেওঁৰ মনৰ সকলো যন্ত্ৰণাৰ পৰিচয় দিছে। তেওঁৰ সকলো শোকৰ মূল বিৰহেই। বিৰহবিহীন ৰামৰ সঙ্গেই তেওঁৰ জীৱনৰ কেন্দ্ৰ।

সংযত শোক সংযত ভাষাৰে অথচ গভীৰ বেদনাসূচক কৰি প্ৰকাশ কৰিবলৈ প্ৰায়েই মহাকবি সকলহে সমৰ্থ আৰু সচৰাচৰ সংযত শোক ভাষাৰে প্ৰকাশ কৰা নহয়। প্ৰকৃত পক্ষে, শব্দই সকলো সময়ত সম্পূৰ্ণ মনোভাব প্ৰকাশ কৰিব নোৱাৰে। শব্দ জ্ঞানগম্য, ভাব হৃদয়-গম্য আৰু গভীৰ ভাববোৰ অনাদি অনন্ত। সংসাৰৰ ঘাত প্ৰতিঘাতত সাগৰৰ ঢৌৰ নিচিনাকৈ ই নানাৰূপে খেলা কৰি থাকে। সেই দেখি মহাকবিসকলে দৈৱশক্তিৰে মানৱহৃদয়ৰ তত্ত্ববোৰ জানি লৈ, সেইবোৰ

শোকৰ খুন্দাত যি যি ভাৱে ব্যক্ত হয়, সেই সেই ভাবে প্ৰকাশ কৰে। অনেক সময়ত তেওঁ বিলাকে কাল্পনিক ভবিষ্যৎ সুখৰ পোহৰত বৰ্ত্ত-মানৰ অন্ধকাৰ পেলাই দিয়ে; অনেক সময়ত অতীতৰ বাস্তৱ সুখৰ স্মৃতিয়ে বিদ্যুতৰ নিচিনাকৈ বৰ্ত্তমানৰ ঘনান্ধকাৰ শতগুণে ঘনীভূত কৰি দিয়ে। ভবভূতিৰ নাটক উত্তৰচৰিতত ৰাম যেতিয়া বনবাসৰ পৰা উলটি আহিল, তেতিয়া লৰাকালতে আকৌ এবাৰ সীতাক বিয়া কৰাই প্ৰবাসৰ পৰা অহাৰ কথা তেওঁৰ মনত পৰিল। কিন্তু অতীতৰ সেই ভৰপূৰ জীৱনৰস ( Life-pulsation ) আৰু বৰ্ত্তমানৰ এই ভীষণ ঔদা-সীন্য! মহাকবি ভবভূতিয়ে একণমান শ্লোক এটাৰে এই কোমল কৰুণ ৰস প্ৰকাশ কৰিছে—

"জীবৎসু তাতপাদেষু নবে দাৰপৰিগ্ৰহে।
মাতৃভিশ্চিন্ত্যমানানাং তে হি নো দিবসা গতাঃ ॥"

অতীতৰ সেই সুখৰ ছবিয়ে কেৱল তেওঁক পিতাকৰ কথা সোঁৱৰাই দিলে, ৰামে চকুলো সামৰিব নোৱাৰিলে। ইয়াত বাজেও অসংখ্যৰূপে সংযত শোকৰস সাহিত্যত প্ৰকাশ পায়। সেইবোৰ পুঙ্খানুপুঙ্খৰূপে এই প্ৰবন্ধত বিচাৰ কৰিব নোৱাৰি।

এতিয়া কৰুণৰসৰ দুটা অসাধাৰণ মুৰ্ত্তিৰ কথা সংক্ষেপে কোৱা যাওক। আমি ওপৰত কৈ আহিছোঁ, জগতত আশাৰ কণিকা নেদেখিলে মানুহ মৰি যায়, নহয় ধৈৰ্য্য আৰু ধৰ্ম্মত আশ্ৰয় লয়। কিন্তু অনেক সময়ত দেখা যায় যে মানুহে ধৰ্ম্মও নামানে অথচ সংসাৰৰ কোনো ভাবনাতে সান্ত্বনা নাপায়, অথচ পাগলো নহয়। তেতিয়া মানুহে কি কৰে? অনেক সময়ত সমাজৰ চকুত মহাপাপত লিপ্ত হৈ থাকিও হৃদয়ত গভীৰ বেদনা মানুহে হেঁচি ৰাখিব খোজে আৰু অনেক সময়ত বাৰুণী দেবীৰ আশ্ৰয় লয়। সকলোৰে পাৰস্য কবি আৰু দাৰ্শনিক

পণ্ডিত ওমাৰ খায়েমৰ 'ৰুবায়েৎ' কবিতা ইংৰাজী অনুবাদত পঢ়িছে। ওপৰে ওপৰে বিশেষ মনোযোগেৰে নপঢ়িলে মদপীৰ কবিতা যেন লাগে, যদিও মাজে মাজে দুই এটা দাৰ্শনিক ভাব আছে। কিন্তু সাহিত্য তো দৰ্শন নহয়। সাহিত্যহিচাবে ইয়াৰ মূল্য কি ?

সাহিত্যহিচাবে ইয়াৰ মূল্য ইয়াৰ গভীৰ শোকত। ই যে মহাজ্ঞানী পণ্ডিত এজনৰ বুকুৰ তেজেৰে লিখা। পণ্ডিতে জগতৰ তথ্য বিচাৰি বিচাৰি নাপাই, জগতত কোনো শান্তিৰ ছায়াকে নেদেখিলে।

হৃদয়ৰ ভীষণ অশান্তিৰ ধুমুহা অলপ সময়ৰ নিমিত্তে পাহৰিবলৈও, এহাতেৰে মদৰ গিলাচ হাতত লৈ এহাতেৰে সংসাৰবিষয়ক তেওঁৰ জ্ঞান তেওঁ জগতক জনাইছে। কবিতাটো এই ভাৱে লিখা হৈছে যে দাৰ্শনিক তথ্যবোৰ কৈ থাকোঁতে থাকোঁতে মনত যেতিয়াই বিস্মৃত শোকস্মৃতি জাগি উঠে, তেতিয়াই মানসিক উদ্বেগ থমাবলৈ তেওঁ মদ এগিলাচ খাই লয়! তলত একাকি কবিতা দিয়া হল,—

> Ah fill the cup :—what boots it to repeat
> How time is slipping under our feet."

ইত্যাদি ইত্যাদি।

কৰুণৰসৰ আৰু এবিধ অসাধাৰণ মূৰ্ত্তিৰ কথা আমি উল্লেখ হে কৰিব পাৰোঁ। তাক বিশ্লেষণ কৰি দেখুৱাব লাগিলে প্ৰবন্ধ বহুত দীঘল হৈ পৰে। তাৰ কেৱল নাম হে কোৱা যাব। শোকৰ সেই অসাধাৰণ মূৰ্ত্তি হৈছে হাঁহি। আদিতে হাঁহি আৰু কান্দোনৰ একো পাৰ্থক্য নাই। যি কাৰণে আমি হাঁহো সেই কাৰনেই আমি কান্দো। কোনো এটা পদাৰ্থৰ ভাব আমাৰ মনৰ ভাবৰ লগত নিমিলিলে যি অসামঞ্জস্য ঘটে, সেই অসামঞ্জস্যজ্ঞান হাঁহিৰূপে বাহিৰত পৰিস্ফুট হয়। কিন্তু সেই অসামঞ্জস্যৰ কথা ভাবি ভাবি যদি তাৰ কাৰণ হৃদয়ঙ্গম কৰি সহানুভূতি

৩

দেখুৱাবৰ চেষ্টা কৰোঁ, তেনেহলে নাকান্দি নোৱাৰি। বিকলাঙ্গ মানুহ দেখিলে সৰু লৰাই হাঁহে, কিন্তু ডাঙৰ মানুহৰ কৰুণাৰ হে উদ্ৰেক হয়। ইয়াত বাজেও আত্মীয়বিয়োগ আদি ঘটনাবোৰ, যিবোৰ কৰুণ ভাবৰ লগত সংশ্লিষ্ট হয়, সেইবোৰতে যথেষ্ট হাঁহিৰ কাৰণ আছে, কিন্তু সেইবোৰ কথা ইয়াতে বিশ্লেষণ কৰিব নোৱাৰি। হাঁহি কান্দোনৰ এই ঐক্য ভাব লৈয়েই মহাকবিসকলে অনেক সময়ত হাঁহিৰে কৰুণৰস প্ৰকাশ কৰে। হাঁহিৰে প্ৰকাশ কৰা শোকৰস সচৰাচৰ প্ৰচণ্ডতকৈও প্ৰচণ্ড।

শেহত ইয়াকে কোৱা যাওক যে হাঁহি প্ৰকৃত জীৱন-ৰস নহয়, অন্ততঃ আমি যি ভাবত বুজোঁ। জীৱনৰ সীমাৱদ্ধতাৰ নিমিত্তে, হৃদয়ৰ বাসনাৰ অসীমতাৰ নিমিত্তে আৰু সংসাৰৰ বাধাবিঘিনিৰ নিমিত্তে, মানৱহৃদয় সদায় উতলা অবস্থাতেই থাকে—

"Infinite passion,
And the pain of infinite hearts that yearns !"

জীৱনৰ সীমাবদ্ধতাৰ নিমিত্তে হৃদয়ৰ অসীম ভাব শূন্যত মিহলি হৈ যাব নোৱাৰিলেই যুগে যুগে হৃদয়ৰ গভীৰ বেদনা মহাকাব্যবিলাকৰ ভিতৰেদি আৰ্ত্তৰাৱ কাৰি উথলি উঠে।

Again—Thou hearest !
Eternal passion !
Eternal pain !!" ( Arnold )

---

# ভাৰতীয় চিন্তা

হিন্দুৰ ধৰ্ম্ম আৰু দৰ্শন বহুত্বজ্ঞানৰ পৰা একৰ উপলব্ধিত পৰিণত হৈছে। শত সহস্ৰ বছৰৰ আগেয়ে চেতনাৰ প্ৰথম বিকাশৰ কালত ভাৰতীয় ঋষিৰ মানসিক ধাৰা শতমুখী হৈ সৰ্ব্বশক্তিমান দেৱতাসমূহৰ উপলব্ধিত লীন হৈছিল। চিন্তাৰ এই ধাৰা কেৱল ভাৰততেই নহয় প্ৰাচীন বেবিলন আৰু এছিৰিয়াতো প্ৰবাহিত হৈছিল। এই কাৰণেই আজি Hugo Wincklerএ "হিটি" জাতিৰ দেৱতাৰ লগত সূৰ্য্য আৰু মৰুৎ দেৱতাৰ নাম আবিষ্কাৰ কৰিবলৈ পাইছে। এই বহুত্বজ্ঞানেই অলপ বেলেগ আকাৰ ধৰি প্ৰাচীন ইৰাণৰ ঋষি জাৰাথুষ্ট্ৰৰ প্ৰবৰ্ত্তিত জেন্দ্ আবেষ্টাৰ দ্বৈতবাদ (১) সৃষ্টি কৰি অহুৰ মজ্দাৰ পূজা প্ৰচাৰ কৰিছিল॥ কিন্তু ভাৰতত এই যুগৰ প্ৰত্যেক দেৱতাৰে সৃষ্টি-স্থিতি-প্ৰলয়ৰ ওপৰত অধিকাৰ থকাত বৈষম্যজ্ঞান সৰহ দিন টিকিব নোৱাৰিলে। ভাৰতীয় চিন্তাৰ এই অৱস্থাৰ প্ৰতিশব্দ আমাৰ ভাষাত নাই। ইংৰাজীত ইয়াক Henotheism বোলা যায়। ধীৰে ধীৰে মুনিৰ চিন্তা Henotheism-অৰ বিৰোধী হৈ উঠিল। সৰ্ব্বশক্তিৰ সাৰ সংগ্ৰহ কৰি এঠাইত স্থাপন কৰিবৰ চেষ্টা কৰা হল। এই চেষ্টাৰ আদিতে ইন্দ্ৰবৰুণ, ইন্দ্ৰবায়ু আদি যুটীয়া দেৱতাই দেখা দিছিল। কিন্তু ঋষিয়ে ইয়াতো সন্তুষ্ট নহৈ আৰু এখোজ আগ বাঢ়ি বিশ্বেদেবাঃ নাম দি শক্তিৰ সাৰ ঐক্যসমন্বিত দেৱতা-

---

(১) Dr. Mills-অৰ মতে 'Philosophy of contrast'—Religious Systems of the World—১৮২ পৃষ্ঠা।

সমূহত স্থাপন কৰিলে। এই মানসিক বিকাশৰ শেহ পৰিণতি উপনিষদত হ'ল। ছান্দোগ্য উপনিষদত যিদিনা 'স আত্মা তৎত্বমসি শ্বেত-কেতো' এই বাণী উচ্চাৰিত হল, সেই দিনাই পৰবৰ্ত্তী যুগৰ বেদান্ত দৰ্শনৰ বাট মুকলি হল। ভাৰতীয় দৰ্শনৰ পাৰিভাষিক বা technical ভাষাত এই বিধৰ বিদ্যাক পৰাবিদ্যা আৰু বেদ বেদাঙ্গ আদিক অপৰা বিদ্যা বোলা যায়। পৰাবিদ্যাত ঐক্যতত্ত্ব সম্পূৰ্ণভাৱে পৰিবৰ্দ্ধিত হল, তৎত্বমসি মহাবাক্য এই তত্ত্বৰ ভেটিস্বৰূপ। এই মহাবাক্যৰ দাৰ্শনিক ব্যাখ্যা এই যে তৎ হৈছে ঈশ্বৰ অৰ্থাৎ সগুণ ব্ৰহ্ম, মায়া এই সগুণ ব্ৰহ্মৰ উপাধি বা শৰীৰ। ত্বম্ হৈছে জীৱ, অবিদ্যা ইয়াৰ শৰীৰ। ইয়াৰ পিচত দৰ্শনে দেখুৱাইছে যে ব্ৰহ্মৰ মায়া আৰু জীৱৰ অবিদ্যা গুচিলে জীৱ ঈশ্বৰৰ বাহিৰে আন একো নহয়। কাজেই 'ত্বম্' 'তৎ' হয় ব্ৰহ্ম-স্বৰূপেৰে।

এই ব্ৰহ্মবাদৰে ওপৰত বেদান্ত-দৰ্শনৰ প্ৰতিষ্ঠা। বেদান্তৰ ভিন ভিন ব্যাখ্যা দেখা যায়। এই প্ৰবন্ধত অদ্বৈতবাদ আৰু বিশিষ্টা-দ্বৈতবাদ— এই দুটা ব্যাখ্যাৰ পৰিচয় দিবলৈ যত্ন কৰা হৈছে। শঙ্কৰাচাৰ্য্য অদ্বৈত-বাদৰ প্ৰতিষ্ঠাতা। অদ্বৈতবাদৰ মতে ব্ৰহ্মই সাৰ সত্য বস্তু, ব্ৰহ্মৰ পৰা ভিন্ন আন সকলোবিলাক অসত্য। মায়া বা সাংখ্যৰ মূল প্ৰকৃতি ব্ৰহ্ম-বস্তুত লুকাই থাকে। মায়াৰ দুটা শক্তি :- বিক্ষেপ শক্তি আৰু আবৰণ শক্তি। বিক্ষেপ শক্তিৰ দ্বাৰা সৃষ্টি হয় আৰু আৰু আৱৰণ শক্তিয়ে আমাৰ ব্ৰহ্মস্বৰূপ ঢাকি থয়। ব্ৰহ্মত মায়া থকাৰ দৰে জীৱাত্মাৰ অবিদ্যা থাকে। দেহ আৰু আত্মা এক বুলি নাইবা আত্মা দেহৰে সূক্ষ্ম সংস্কৰণ বুলি আমাৰ যি বিশ্বাস থাকে সেয়ে অবিদ্যা, কিন্তু এই অবিদ্যা সত্য নহয়, মায়াৰ পৰা এই অবিদ্যা হয়। অবিদ্যাৰ দৰে তাৰ কাৰণ মায়াও অসত্য। কাজেই অদ্বৈতবাদীৰ মতে কেৱল ব্ৰহ্ম আছে আৰু এই মায়াৰ

সৃষ্টি অসত্য, ই অবস্তু। এই থিনিতে কৈ থোৱা আৱশ্যক যে অদ্বৈত-বাদী বেদান্তই বহির্জগতক অবস্তু বুলি মানে যদিও ই বুদ্ধৰ পৰবৰ্ত্তী বৌদ্ধ দৰ্শনৰ দৰে শূন্যবাদী নহয়, কাৰণ, যি মায়াই বিক্ষেপশক্তিৰ দ্বাৰা সূক্ষ্মভূত, সূক্ষ্ম শৰীৰ, স্থূল ভূত আদি সৃষ্টি কৰে সেই মায়াই হৈছে ব্ৰহ্মৰ অন্তৰ্ভূত, অৱশ্যে মায়া ব্ৰহ্মৰ সৃষ্টি নহয়। বৌদ্ধ শূন্যবাদৰ পৰা অদ্বৈতবাদক পৃথক্ কৰি ৰাখিবলৈ হলে এটা কথা মনত ৰাখিব লাগিব যে অদ্বৈতবাদীয়ে প্ৰকৃতি বা matter অৰ অস্তিত্ব স্বীকাৰ কৰে। অভেদ্যতা (impenetrability), ব্যাপকতা (extension) আদি matter-অৰ যি গুণ আছে তাক অদ্বৈতবাদীয়ে মানি লৈছে। কিন্তু এই matter মাথোন প্ৰপঞ্চভাৱে অৰ্থাৎ empirically সত্য, ই আচল সত্য নহয়। এই থিনিতে সাংখ্যাই নিজৰ প্ৰপঞ্চবাদ বা Sensationism প্ৰতিষ্ঠা কৰি প্ৰচাৰ কৰে যে ত্ৰিগুণা প্ৰকৃতিৰ সত্ব ৰজ আৰু তমোগুণৰ বৈষম্য ঘটি প্ৰকৃতিৰ পৰা এই জগতৰ পৰিণাম বা evolution (২) হৈছে,

---

(২) সাংখ্যৰ Evolution Theoryৰ ব্যাখ্যা তলত দিয়া হল :—

পৃথিবী বা ভূৰ্লোক পৰিণাম বা Evolutionঅৰ দুটা অৱস্থাৰ ফল। প্ৰথমতে অগ্নিময় অৱস্থা, পাচত তৰল অৱস্থা, আৰু শেহত কঠিন অৱস্থা। বৰ আশ্চৰ্য্যৰ বিষয় যে শত সহস্ৰ বছৰৰ আগৰ এই সিদ্ধান্তটো আজিৰ Geology or ভূতত্ত্ববিদ্যাই সম্পূৰ্ণৰূপে মানি লৈছে। তদুপৰি পাশ্চাত্য Evolution theoryৰ সাংখ্যৰ পৰিণামৰ লগত অদ্ভুত মিল দেখা যায়। পাশ্চাত্যমতে জীৱৰ উৎপত্তি (Genesis) দুই প্ৰকাৰে হয়— প্ৰথমতঃ Homogenesis: এই প্ৰণালীৰ মতে পুংজাতীয় আৰু স্ত্ৰীজাতীয় জীৱৰ সংযোগৰ পৰা ধাৰাবাহিকৰূপে একে জাতিৰ জীৱৰ উৎপত্তি হয়। এই প্ৰণালীত স্ত্ৰী আৰু পুমান্ এই দুয়ো জাতি আৱশ্যক। সহবাস ইয়াৰ প্ৰধান অঙ্গবাবে এই প্ৰণালীক Gamo-genesis বোলা যায়। দ্বিতীয়তঃ Heterogenesis: এই প্ৰণালীত সহবাসৰ পৰা আৰু সহবাস নোহোৱাকৈও জীৱৰ জন্ম হয়। কাজেই এই প্ৰণালী Gamogenesis (সংযোগৰ পৰা হোৱা জন্ম) আৰু Agamogenesis (সংযোগ নোহোৱাসত্বেও হোৱা জন্ম) ইহঁত দুয়োটাৰে সমষ্টি; স্বৰূপতে Agamogenesis হে ইয়াৰ প্ৰধান লক্ষণ, Gamogenesis প্ৰাসঙ্গিক লক্ষণ মাথোন। কিন্তু ইয়াৰ সৰ্ব্বপ্ৰধান লক্ষণ হৈছে এই

যি কাৰ্য্য সিয়েই কাৰণ আৰু যি কাৰণ সিয়েই কাৰ্য্য। কাৰ্য্য কাৰণৰ শিকলিস্বৰূপ এই প্ৰাকৃতিক জগতেই সকলো। বাহিৰৰ পৰা অসংখ্য প্ৰত্যক্ষজ্ঞানৰ ধাৰা ( Sensation ) আৰু অনুভৱ ( feeling ) প্ৰতি মুহূৰ্ত্তে পাব লাগিছোঁ। আমি জনাৰ ভিতৰত মাত্ৰ এই feeling আৰু sensation-অৰ কথা জানো, ইয়াৰ বাহিৰে আন একো নাজানো। বেদান্ত ইয়াৰ বিৰোধী, অদ্বৈতবাদী বেদান্তই কয় যে, সত্য বস্তু অৰ্থাৎ absolute reality দুটা থকাটো অসম্ভৱ। সাংখ্যৰ অচেতন প্ৰকৃতি

যে এই প্ৰণালী অনুসৰি উৎপন্ন হোৱা জীৱবিলাকৰ সন্তিসন্ততিবিলাক সিহঁতৰ পূৰ্ব্ব-গামী বিলাকৰ পৰা দেহৰ আকাৰ, জীৱন প্ৰণালী আদি সকলো বিষয়তে আঁতৰি আছে। এই প্ৰণালীত প্ৰথমতে এদল স্ত্ৰীজাতীয় আৰু এদল পুংজাতীয় জীৱই দেখা দিয়ে কিন্তু সিহঁতৰ সংযোগৰ পৰা এনে কিছুমান জীৱৰ উৎপত্তি হয় যিবিলাক মাইকীও নহয়, মতাও নহয়। এইখিনিলৈকে Heterogenesis-অত Gamogenesis-অৰ লক্ষণ পোৱা গল। কিন্তু এই ক্লীবজাতীয় জীৱবিলাকৰ শৰীৰৰ পৰা সংযোগ নোহোৱাকৈয়ে সন্তি-সন্ততিৰ জন্ম হয়। একেটা মাথোন সাধাৰা বীজৰ পৰাই বহুত জীৱৰ উৎপত্তি হয়। এই বিধৰ উৎপত্তি Agamogenesis অনুসৰি হয়। পূৰ্ব্বোক্ত Hetero-genesis অৰ কেবাটাও প্ৰকাৰভেদ আছে। তাৰ ভিতৰত Pseudo-partheno-genesis অন্যতম। এই প্ৰণালীৰ স্বৰূপ এই যে Heterogenesisঅৰ আৰম্ভণতে যিদল স্ত্ৰীজাতীয় আৰু পুংজাতীয় জীৱই দেখা দিয়ে সিহঁতৰ পৰা কোনো কোনো সময়ত ক্লীৱজাতীয় জীৱৰ বাহিৰেও এবিধ অদ্ভুত জীৱৰ উৎপত্তি হয়। এইবিধ জীৱ স্ত্ৰীজাতীয়। ইহঁতৰ সন্তিসন্ততিয়ো সহবাস নোহোৱাকৈয়ে হয়, কিন্তু ক্লীৱজাতীয় জীৱৰ দৰে ইহঁতৰ সন্তানৰ জন্ম শৰীৰৰ কোনো জননশক্তি নাইকিয়া অঙ্গৰ পৰা নহয়, জননে-ন্দ্ৰিয়ৰ বল বৃদ্ধি হোৱাৰ গতিকে ইহঁতে সহবাস নোহোৱাসত্বেও সন্তান জন্মাব পাৰে। Heterogenesisঅৰ Metagenesis আদি প্ৰকাৰভেদ আৰু আছে, বাহুল্যৰ ভয়ত উল্লেখ কৰা নহল। এতিয়া সাংখ্যদৰ্শনৰ সিদ্ধান্তবিলাক পাশ্চাত্য সিদ্ধান্তসমূহেৰে সৈতে তুলনা কৰা যাওক। পূৰ্ব্বোক্ত Homogenesisঅৰ ব্যাখ্যা সাংখ্যত পোৱা যায়। সাংখ্যত এই প্ৰণালী অনুসৰি উৎপন্ন হোৱা জীৱক 'প্ৰাণিজ' বোলা যায়। তাৰ পাচত Heterogenesis-অক সাংখ্যত 'ঔপপাদিক' জন্ম বোলা যায়। কিন্তু অলপ ভেদ আছে। ওপৰত কোৱা হৈছে যে Heterogenesisঅৰ আৰম্ভণতে মাইকী আৰু মতা জীৱই দেখা দিয়ে, পাচতহে সহবাস নোহোৱাকৈ জন্ম হয়। কিন্তু সাংখ্যৰ ঔপ-পাদিক জন্মৰ নিয়ম হৈছে এই যে জীৱতেই শৰীৰ ধাৰণ কৰিবৰ বাবে মূলবীজ লুকাই

সত্য বস্তু হব নোৱাৰে, আচল ব্ৰহ্মবস্তু নিৰ্ব্বিকাৰ, ইয়াৰ কোনো কৰ্ত্তৃত্ব নাই। ব্ৰহ্মৰ যি চিদানন্দ স্বৰূপ তাৰ প্ৰতিবিম্ব আহি প্ৰকৃতিত পৰিছে, এই বাবেই প্ৰকৃতি বৈ আছে, কিন্তু প্ৰকৃতি সত্যস্বৰূপ নহয়, ব্ৰহ্মৰ ছায়া মাত্ৰ। প্ৰপঞ্চৰূপে অৰ্থাৎ empirically যদিও প্ৰকৃতি সত্য, স্বৰূপতে অৰ্থাৎ transcendentally ই সত্য নহয়। কাজেই সাংখ্যৰ প্ৰকৃতিবাদ ভ্ৰান্ত। সাংখ্যমতাবলম্বীসকলে আকৌ কয়,—"আমি প্ৰধানতঃ পুৰুষ আৰু প্ৰকৃতিৰ কল্পনা কৰি আমাৰ দাৰ্শনিক মত স্থাপন কৰিছোঁ। আমি আত্মাৰ বহুত্ববাদী। অগণন পুৰুষে বা আত্মাই ব্যষ্টিভাৱে অগণন শৰীৰ অধিকাৰ কৰিছে। আমি এইটো মানিব নোখোজোঁ যে, সৃষ্টিৰ

---

থাকে। জীৱৰ উৎপত্তিৰ কাৰণে স্ত্ৰীজাতি আৰু পুংজাতি আৱশ্যক নহয়। সাংখ্যৰ ঔপপাদিক ক্ৰমত Heterogenesis-অৰ প্ৰথম অৱস্থা (stage) নাথাকে, ইয়াত পৰবৰ্ত্তী Pseudo-parthenogenesisহে বৰ্ত্তমান। Darwinঅৰ মতে যিদৰে Protozoon-অৰ পৰা উচ্চ জাতীয় জীৱন অভিব্যক্তি (evolution) সম্ভৱপৰ, সাংখ্যৰ মতেও কোনো কোনো সময়ত তেনে অভিব্যক্তি হয় সঁচা, কিন্তু এই নিয়ম সাধাৰণ নহয়। তদুপৰি সাংখ্যৰ ঔপপাদিক ক্ৰমত আদিতেই ভিন ভিন সময়ত উচ্চ জাতি আৰু নিম্নজাতিৰ আবিৰ্ভাৱ হয়, কিন্তু এটা ক্ৰম অৱশ্যম্ভাবী যে উদ্ভিদৰ পৰা উদ্ভিজ্জীবী আৰু উদ্ভিজ্জীবীৰ পৰা মাংস-জীবী। জীৱসমূহৰ যি অসংখ্য প্ৰকাৰভেদ দেখা যায় সাংখ্যৰ মতে সি সত্ত্ব ৰজ তমৰ প্ৰভাৱৰ তাৰতম্যৰ পৰা হয়। গুণৰ প্ৰভাৱ অনুসৰি ভিন ভিন জীৱৰ উৎপত্তি হয়। তাৰ পাচত পূৰ্ব্বোক্ত Pseudo-parthenogenesis-অৰ বিশদ ব্যাখ্যা সাংখ্যত পোৱা যায়। ইয়াৰ ব্যাখ্যা সাংখ্যই এই দৰে কৰে যে কোনো কোনো স্ত্ৰীজাতীয় জীৱত কৰ্ম্মেন্দ্ৰিয়ৰ অৰ্থাৎ জননেন্দ্ৰিয়ৰ বল বৃদ্ধি হয়, এই বিধ জীৱই সহবাস নোহোৱাকৈয়ে সন্তান জন্মাব পাৰে Plant-lice বা Aphides এই শ্ৰেণীৰ জীৱ। পাশ্চাত্য Biological theory-ৰ লগত সাংখ্যৰ প্ৰাণতত্ত্বৰ এই নিচিনা অদ্ভুত সমন্বয় দেখা যায়। বাস্তৱতে Homogenesis, Gamogenesis, Heterogenesis আৰু Pseudo-parthenogenesis-অৰ আবিষ্কাৰ সাংখ্য-দৰ্শনৰ যুগতে হৈ গৈছিল, কিন্তু আধুনিক বিজ্ঞানৰ বিৰাট শ্ৰেণী-বিভাগ আৰু অগণন নতুন প্ৰাণীৰ আবিষ্কাৰ কেৱল এখন দেশৰ প্ৰাণীৰ কথা জনা সেই কালৰ ভাৰতীয় দাৰ্শনিকসকলে কৰিব নোৱৰাটো একো আচৰিত নহয়। তথাপি সেই সুদূৰ যুগতো যে ভাৰতত Biology বা প্ৰাণতত্ত্বৰ গভীৰ আলোচনা হৈছিল, ওপৰত কোৱা কথাখিনিয়েই তাৰ প্ৰমাণ। সাংখ্যৰ লগত আধুনিক বিজ্ঞানৰ সাদৃশ্য আৰু সমন্বয় কৃতবিদ্য লোকে আৰু উলিয়াব পাৰিব। এই বিষয়ত

প্ৰত্যেকটো ভাগ পৰস্পৰেৰে সৈতে অঙ্গাঙ্গিভাৱে সংশ্লিষ্ট আৰু প্ৰত্যেকটোতে একেটা তত্ত্ব নিহিত আছে। আমি দেখিছোঁ যে এজনৰ সুখ-দুখৰ ভাগ আনজনে নাপায়, এজনৰ প্ৰত্যক্ষজ্ঞান মাথোন তেওঁত হে আবদ্ধ। দুঠতে প্ৰকৃতিৰ পৰিণাম (Evolution) এনে ভাৱে হৈছে যে সৃষ্টিৰ কোনো এটা অঙ্গৰ উপাদানস্বৰূপ অণু পৰমাণুৰ ৰজোগুণৰ প্ৰভাৱত ঠাই পৰিবৰ্ত্তন হলেও একেটা চিৎশক্তিৰ লগত সিহঁতৰ মিলনসম্বন্ধ নাই। কাজেই আমাৰ পুৰুষ, আত্মা বা চিৎশক্তি ভিন ভিন আৰু অসংখ্য। তোমালোকে জন্ম-মৃত্যু, সুখ-দুখ আদি ব্যাখ্যা কৰিবৰ হেতু অবিদ্যা আৰু উপাধি অৱলম্বন কৰি বিভিন্ন জীৱৰ বিভিন্ন অস্তিত্বটো ব্যাৱহাৰিক সত্য বুলি ধৰি লৈছা। আমি কিন্তু এনে ব্যাৱহাৰিক সত্য আৰু এটা পাৰমাৰ্থিক সত্য এনে বিধৰ বেমেজালিত কাম নাচাপোঁ। আমি ব্যক্তিগত ভেদ মানি চলিম।" বেদান্তই বেদৰ দোহাই দি সাংখ্যৰ এই মতটোৰ আওকাণ কৰি ঐক্য স্থাপন কৰিবৰ চেষ্টা কৰিছে।

---

আমাৰ অৱলম্বন 'সাংখ্যতত্ত্বালোক' নামক সংস্কৃত গ্ৰন্থ আৰু সুপণ্ডিত Collins চাহাবৰ দ্বাৰা সংক্ষিপ্ত Herbert Spencer-অৰ Principles of Biology (৯২ পৃষ্ঠা)। Spencer-অৰ মতে প্ৰত্যেক Genesis বা উৎপত্তি-ক্ৰমত কি দুটা সাধাৰণ প্ৰণালী সদায় পোৱা যায় Collins চাহাবে তাৰ পৰিচয় দিছে— Process of negative disintegration আৰু Process of positive disintegration। এই দুটা প্ৰণালী সাংখ্যৰ উৎপত্তিক্ৰমতো খাটিব। Negative disintegration বা অভাৱমূলক উপাদানবিশ্লেষ হয় য'ত সহবাস নোহোৱাকৈ এবিধ জীৱৰ শৰীৰৰ পৰা নতুন জীৱৰ উৎপত্তি হয়, যেনে Hydrozoa। এই প্ৰণালীত যিটো জীৱৰ উৎপত্তিৰ মূল তাৰ উপাদানসমূহৰ বিকাশ বা development-অৰ কাৰণে পৰস্পৰ বিশ্লেষ নহয়। সাংখ্যৰ ঔপপাদিক মতত এই প্ৰণালী খাটিব। তাৰ পাচত Positive disintegration বা ভাৱমূলক উপাদানবিশ্লেষ হয় য'ত সহবাসৰ পৰা জন্ম হয় আৰু য'ত Agamogenesis অনুসৰি হোৱা জন্মপ্ৰণালী বন্ধ হৈ নতুন জীৱৰ উৎপত্তি নহয়। এই প্ৰণালীত জন্মদাতা জীৱৰ উপাদানসমূহৰ অন্তৰ্বিশ্লেষ ঘটি ক্ৰমশঃ বৃদ্ধি হয়। Negative প্ৰণালীৰ দৰে ইয়াত যিটো জীৱ নতুন জীৱৰ উৎপত্তিৰ মূল তাৰ বৃদ্ধি নোহোৱাকৈ নাথাকে। সাংখ্যৰ 'প্ৰাণিজ' জীৱনিকায়ৰ পক্ষে এই নিয়ম খাটিব।

মনে কৰক কুমাৰে ঘট কৰিছে, ঘট যেতিয়া কেঁচা হৈ থাকে, তেতিয়া তাৰ বৰণ ক'লা আৰু যেতিয়া পকি হয়, তেতিয়া তাৰ বৰণ ৰঙা হয়। তথাপি সাধাৰণতঃ আমি কওঁ, কেঁচাই থাকিলে ঘট ৰঙা নহয় আৰু পকি হলে ঘট ক'লা নহয়। এতেকে, বাস্তৱতে ঘট এক হলেও যিদৰে কলা-ৰঙা আদি বিশেষণৰ আৰোপ কৰি আমি ভেদ কৰোঁ, সেই দৰে বেদান্তীয়ে জীৱৰ ব্যক্তিগত ভেদ নাথাকিলেও অবিদ্যা-উপাধিৰূপ বিশেষণৰ আৰোপ কৰি ভিন ভিন জীৱৰ অস্তিত্বটো ব্যাৱহাৰিক সত্য বুলি ধৰে! এই ভেদসম্বন্ধেই সাংখ্য আৰু অদ্বৈতবাদী বেদান্তৰ পাৰ্থক্য।

কিন্তু এই খিনিতেই অদ্বৈতবাদৰ বিপদৰ ওৰ নপৰে। আচাৰ্য্য শঙ্কৰৰ হিন্দু প্ৰতিবাদী সকলে কবলৈ ধৰিলে,—"তুমিতো বৌদ্ধ মায়াবাদ খণ্ডন কৰিবলৈ ওলাইছিলা, কিন্তু তোমাৰ এই অদ্ভুত ঐক্যবাদ ওপৰে ওপৰে চালে বেদান্তৰ মত বুলি বোধ হলেও তুমি বিশ্বৰ শূন্যত্ব স্বীকাৰ কৰিছা বুলিয়েই আমাৰ বিশ্বাস। আমি দেখিছোঁ তুমি প্ৰতিবাদীৰ লগত বাদ কৰোঁতে আপোন-পাহৰা হৈ শেহত প্ৰতিবাদীৰ মতকে গ্ৰহণ কৰিলা।" বাস্তৱতে শঙ্কৰৰ প্ৰতি এনে নিন্দাবাদ শুনি আমি ক্ষুভিত হওঁ। সূক্ষ্ম দৃষ্টিৰে চালে আচাৰ্য্য শঙ্কৰৰ প্ৰতি এই অভিযোগ ন্যায্য বুলি বোধ নহয়। ইয়াৰ আলোচনা কৰিবলৈ হলে বুদ্ধদেৱৰ মৃত্যুৰ পাচত আবিৰ্ভাৱ হোৱা বৌদ্ধ-দৰ্শনত এবাৰ ভুমুকি মাৰিব লাগিব। বৌদ্ধসকলৰ মাইকৈ চাৰিটা দাৰ্শনিক সম্প্ৰদায় আছে (৩)। সেই কেইটা হৈছে (১) মাধ্যমিক বা Nihilists, (২) যোগাচাৰ বা Subjective Idealists (৩) সৌত্ৰান্তিক বা Representationists আৰু (৪) বৈভাষিক বা Presentation-

(৩) বৌদ্ধ দৰ্শনসম্বন্ধীয় কথাখিনিৰ অৱলম্বন সুপ্ৰসিদ্ধ সংস্কৃত গ্ৰন্থ 'সৰ্ব্বদৰ্শন-সংগ্ৰহ' (Cowell আৰু Gough চাহাবৰ সংস্কৰণ)।

ists। (১) মাধ্যমিকসকলৰ সিদ্ধান্তক সৰ্ব্বশূন্যত্ববাদ বোলা যায়। এওঁবিলাকে বিশ্লেষণ-প্ৰণালী ৱা analytical method অৱলম্বন কৰি ইন্দ্ৰিয়ৰ সাহায্যেৰ পোৱা ব্যষ্টিজ্ঞান ( the particulars of sense ) আৰু ইন্দ্ৰিয়ৰ অতীত যুক্তিসিদ্ধ সমষ্টিজ্ঞান ( the universal of reason ) মায়াৰ পৰা উৎপন্ন বুলি নিৰ্দ্দেশ কৰে। ভাৰতৰ এই মাধ্যমিক সম্প্ৰদায়ে আৰু প্ৰাচীন গ্ৰীচৰ absolute scepticism-অৰ প্ৰচাৰকসকলে বিশ্বজনীন (universal) সত্যৰ তো কথাই নাই, আন কি প্ৰত্যক্ষজ্ঞানৰো সত্যতা স্বীকাৰ নকৰে। ভাৰতীয় আৰু গ্ৰীচীয় এই দুই সম্প্ৰদায়ৰ সিদ্ধান্তই পাশ্চাত্য দাৰ্শনিক Hume আৰু সাংখ্য-প্ৰবৰ্ত্তক কপিল মুনিৰ sensationism বা প্ৰপঞ্চবাদকো চেৰ পেলাইছে। Hume আৰু সাংখ্যই আন নহলেও ইন্দ্ৰিয়সিদ্ধ জ্ঞানৰে সত্যতা মানে কিন্তু উক্ত দুই সম্প্ৰদায়ে কি ইন্দ্ৰিয় কি যুক্তি ইইঁতৰ এটাকো সত্যৰ প্ৰমাণ বুলি নধৰে। কাজেই এওঁবিলাক প্ৰত্যক্ষবাদীও নহয়। তাৰ পাচত মাধ্যমিক সম্প্ৰদায়ৰ সৃষ্টিব্যাখ্যা এই যে সৃষ্টিৰ পূৰ্ব্বে মহাশূন্য আছিল আৰু সৃষ্টিৰ পাচতো এই মহাশূন্যই থাকিব। শূন্যই বিশ্বৰ স্বৰূপ, শূন্যতে ইয়াৰ উদয় আৰু বিলয়। মোটামুটিকৈ ধৰিলে মাধ্যমিকসকলৰ দাৰ্শনিক সিদ্ধান্ত এয়ে। (২) যোগাচাৰ সম্প্ৰদায়ৰ সিদ্ধান্তক বাহ্যশূন্যত্ববাদ বোলা যায়। এওঁবিলাকে প্ৰত্যক্ষ জ্ঞানৰ সত্যতা মানে কিন্তু বাহ্যবস্তুৰ অস্তিত্ব স্বীকাৰ নকৰে। এওঁবিলাকৰ সিদ্ধান্ত এই যে বাহ্যবস্তুবিলাক আমাৰ প্ৰত্যক্ষ জ্ঞান বা sensation-অৰ আকাৰ মাথোন। মনে কৰক, আমাৰ আগত এটা কিতাপ আছে। কিতাপটো দৰ্শন-স্পৰ্শ আদি কিছুমান প্ৰত্যক্ষজ্ঞান বা sensation অৰ সমষ্টিৰ বাহিৰে আন একো নহয়। Hume-অৰ sensationism এই মতেৰে সৈতে সম্পূৰ্ণ একে। তেওঁৰ মতেও প্ৰত্যেকটো বস্তু কিছুমান sensation-অৰ সমষ্টি। sensation-অৰ বাহিৰে ঈশ্বৰ, আত্মা আদি

একোকে জনা নাযায়, কাৰণ এইবিলাক আমাৰ প্ৰত্যক্ষজ্ঞানৰ অতীত। Hume-অৰ বাহিৰেও এই যোগাচাৰ সম্প্ৰদায়ৰ প্ৰাচীন গ্ৰীচৰ দাৰ্শনিক Heraclitus-এৰে সৈতে বিশেষ সামঞ্জস্য দেখা যায়। Heraclitus-অৰ সিদ্ধান্তক Doctrine of Universal flux নামে জনা যায়। ভাৰতৰ আৰু গ্ৰীচৰ এই উভয় সম্প্ৰদায়ৰে মতে সৎ ( being ) বুলি একো নাই, মাথোন হব লাগিছে ( becoming )। তথা-কথিত ( so-called) স্থায়ী বস্তুবিলাকৰ অস্তিত্ব নাই। সেইবিলাক আমাৰ মনৰ ভিন ভিন অৱস্থাবিলাকৰ মূলপদাৰ্থস্বৰূপ sensation-অৰ সমষ্টিত বাজে আন একো নহয়। সংক্ষিপ্তকৈ ধৰিলে, এয়ে যোগাচাৰ সম্প্ৰদায়ৰ দাৰ্শনিক সিদ্ধান্ত।

এই দুটা মতৰে নতুন সংস্কৰণ বুলি আচাৰ্য্য শঙ্কৰৰ মত যিসকলে নিন্দা কৰে এই খিনিতে তেওঁবিলাকৰ মত আলোচনা কৰা যুগুত। ( অনাৱশ্যক ভাবি বাকী দুটা বৌদ্ধ সম্প্ৰদায়ৰ পৰিচয় দিয়া নহল। ) বৌদ্ধ শূন্যবাদলৈ মন দিলে দেখা যায় যে শূন্যবাদীয়ে সাংখ্যৰ স্বাধীন মূলপ্ৰকৃতি আৰু অদ্বৈতবাদীৰ ব্ৰহ্ম আৰু ব্ৰহ্মৰ অধীন প্ৰকৃতি—ইয়াৰ এটাও নামানে। পৰিদৃশ্যমান বিশ্বৰ সম্বন্ধে তেওঁবিলাকে কয় যে ই মায়াৰ ইন্দ্ৰজাল মাথোন, কিন্তু অদ্বৈতবাদীয়ে সৃষ্টিক মায়াৰ ইন্দ্ৰজাল বুলি উৰাই নিদিয়ে। অদ্বৈতবাদীয়ে মাথোন ইয়াকে কয় যে ব্ৰহ্মৰ সম্বন্ধত হে সৃষ্টি সত্য, ই স্বতন্ত্ৰভাৱে সত্য হব নোৱাৰে, কিন্তু ব্ৰহ্মৰ অধীন ভাৱে ই সত্য। মুঠতে সৃষ্টি relatively সত্য, absolutely নহয়। কিন্তু শূন্যবাদীয়ে কয় যে দ্ৰব্যৰ কোনো অস্তিত্ব নাই। জগতৰ সকলো দ্ৰব্য চাৰিপ্ৰকাৰ সম্বন্ধৰ দ্বাৰা সত্য বুলি বোধ হয়। প্ৰথমতঃ দুটা বস্তু কাৰ্য্যকাৰণ-সম্বন্ধত থাকিব পাৰে, দ্বিতীয়তঃ এটা বস্তুৰ অস্তিত্ব আন এটাৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে, তৃতীয়তঃ দুটা বস্তুৰ ভিতৰত পৰস্পৰ নিকটসম্বন্ধ

(contiguity) হব পাৰে আৰু চতুৰ্থতঃ এটা বস্তুৰ অস্তিত্ব আনটোৰ কোনো বিশেষ অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে। শূন্যবাদীয়ে কাৰ্য্য-কাৰণসম্বন্ধ বিচাৰ কৰি কয় যে ঘট আৰু মাটিৰ ভিতৰত কাৰ্য্য-কাৰণ সম্বন্ধ আছে। গমি চালে দেখা যায় যে ঘটৰ অস্তিত্ব নাইকিয়া হলে মাটিৰ অস্তিত্ব নাইকিয়া হয় আৰু মাটিৰ অস্তিত্ব নাইকিয়া হলেও ঘট নাইকিয়া হয়। কাজেই প্ৰকৃতপক্ষে কাৰ্য্য আৰু কাৰণ ইহঁত দুটাৰ এটাৰো অস্তিত্ব নাই, মাথোন এটা বিশেষ সম্বন্ধৰ মাজেদি সিহঁতৰ অস্তিত্ব আমাৰ আগত প্ৰকাশ পাইছে। ইয়াৰ পাচত শূন্যবাদীয়ে কয় যে দ্ৰব্য আৰু গুণ ইহঁতে পৰস্পৰৰ ওপৰত নিৰ্ভৰ কৰে। দ্ৰব্যৰ বাহিৰে গুণ নাই আৰু গুণৰ বাহিৰে দ্ৰব্য নাই। কিন্তু বাস্তৱতে দ্ৰব্য আৰু গুণ, ইহঁত দুটাৰ এটাৰো অস্তিত্ব নাই, কেৱল এটা বিশেষ সম্বন্ধৰ বলত সিহঁত আছে বুলি আমাৰ বোধ হয়। সেই দৰে জ্ঞেয় আৰু জ্ঞাতাও অস্তিত্ববিহীন। আত্মা বুলিও কোনো বস্তু নাই; গুণৰ বাহিৰে কোনো দ্ৰব্য নাই, কাজেই চেতনা বা consciousness-অৰ বিভিন্ন অৱস্থাৰ বাহিৰে কোনো আত্মা নাই। ক্ষণস্থায়ী sensation সমূহেই আত্মা। বহুত দিনৰ পাচত এই সিদ্ধান্তটো পাশ্চাত্য দাৰ্শনিক Hume-অৰ দৰ্শনত Psychological atomism নাম লৈ উপস্থিত হৈছে। সি যি নহওক, শূন্যবাদীয়ে আৰু কয় যে ঈশ্বৰো নাই, কাৰণ, গুণৰ বাহিৰে দ্ৰব্য আৰু কাৰ্য্যৰ বাহিৰে কাৰণ নাই যেতিয়া সৃষ্টিৰ বাহিৰে কোনো সৃষ্টিকৰ্ত্তা থাকিব নোৱাৰে। মুঠতে শূন্যবাদীৰ মতে স্বৰূপতে সকলো বস্তুৱেই অবিদ্যমান, কিন্তু কোনো বিশেষ বিশেষ সম্বন্ধৰ দ্বাৰা বহিৰ্জগতখনে আমাৰ আগত সত্য বস্তুৰ আকাৰ ধৰে। শূন্যবাদীৰ মতে মহাশূন্যই আমাৰ চৰম লক্ষ্য, এই মহাশূন্যত লীন হব পাৰিলেই আমাৰ মোক্ষ। এই থিনিতে এটা সন্দেহ উপস্থিত হয়। যদি জগতৰ সকলো বস্তুৱেই অসত্য তেনেহলে তাৰ লগতে সুখ-

দুখ আৰু নিৰ্ব্বাণো (৪) অসত্য আৰু অনাৱশ্যক। শূন্যবাদীয়ে এই সন্দেহ নিবাকৰণ কৰিবৰ কাৰণে কয় যে সূক্ষ্ম দৃষ্টিৰে চালে সুখ দুখ অসত্য কিন্তু যাৰ চেতনা উদ্বুদ্ধ হোৱা নাই, যি প্ৰকৃত জ্ঞানী হোৱা নাই তাৰ পক্ষে সুখ-দুখ সত্য, অজ্ঞানী'ৰ পক্ষে গোটেই জগতেই যথাৰ্থ সাৰ বস্তু। এই যে অজ্ঞান, বৌদ্ধ দৰ্শনত ইয়াৰ পাৰিভাষিক বা technical নাম হৈছে 'সংবৃত্তি'। এই সংবৃত্তিয়েই জগতৰ কাৰণ; সংবৃত্তি বা অজ্ঞান বিনাশ কৰি সকলো বস্তুৰ শূন্যত্ব উপলব্ধি কৰিব পাৰিলেই মানুহ শূন্যত লীন হৈ নিৰ্ব্বাণপ্ৰাপ্ত হব। এই খিনিতেই শঙ্কৰৰ বিৰোধীসকলে কব যে স্বৰূপতে শঙ্কৰৰো মত এয়ে, কিন্তু এই উক্তি সঁচা নহয়, কাৰণ, শূন্যবাদীয়ে যি মহাশূন্যৰ কথা কৈছে শঙ্কৰৰ মতে সি পৰমাত্মা বা ব্ৰহ্ম। অৱশ্যে শঙ্কৰৰ শূন্যবাদীৰে সৈতে মিল আছে। শূন্যবাদীয়ে যি সংবৃত্তিৰ কথা কৈছে, শঙ্কৰৰ মতে সিয়েই অবিদ্যা। এই অবিদ্যা বা সংবৃত্তি নাশ কৰি নিজৰ স্বৰূপ বুজিব লাগিব। জগত ব্ৰহ্মময় দেখা কথাটো আমি সচৰাচৰ ব্যৱহাৰ কৰোঁ যদিও পাৰমাৰ্থিক দৃষ্টিৰে চালে সি সঁচা নহয়, কাৰণ, তুমি আছা নে নাই মই কব নোৱাৰোঁ তুমিতো মোৰ মানত কিছুমান sensation-অৰ সমষ্টি, তোমাক তুমি বুলি দেখাটো আৰু তোমাক এটা পৃথক্ বস্তু বুলি ভবাটোৱেই হৈছে মোৰ অবিদ্যা। যেতিয়া মোৰ পাৰমাৰ্থিক দৃষ্টিত তুমি-সি কাৰো অস্তিত্ব নাথাকিব তেতিয়াই মোৰ মুক্তি। বাস্তৱতে আচাৰ্য্য শঙ্কৰৰ এই মতত এটা ভীষণতা আছে, সাধাৰণৰ পক্ষে ইয়াক উপলব্ধি কৰা সম্পূৰ্ণ অসম্ভৱ। শঙ্কৰে বৌদ্ধসকলৰ দৰে জীৱাত্মাৰ সত্যতা অস্বীকাৰ কৰিছে। কোনো কোনো শঙ্কৰৰ ভক্তই কয় যে শঙ্কৰে জীৱাত্মাৰ সত্যতা অস্বীকাৰ কৰাৰ উদ্দেশ্য এই যে তেওঁ বৌদ্ধমত খণ্ডন

(৪) এই বৌদ্ধ সম্প্ৰদায় কেইটাৰ সিদ্ধান্তৰ পৰা বুদ্ধদেৱৰ সিদ্ধান্তক পৃথক্ কৰি ৰাখিব লাগিব।

কৰিবলৈ ওলাইছিল, কাজেই নিজৰ দাৰ্শনিক মত বৌদ্ধসকলৰ হৃদয়গ্ৰাহী কৰিবলৈ এই নিচিনা বৌদ্ধ দাৰ্শনিকসকলৰ অনুকূল তত্ব প্ৰচাৰ কৰিছিল। কলিকতা হাইকৰ্তৰ বিচাৰপতি তান্ত্ৰিক উড্ৰফ্ চাহাবে এনে মত প্ৰকাশ কৰিছে, কিন্তু অদ্বৈতবাদ প্ৰচাৰ কৰোঁতে শঙ্কৰৰ যি উদ্দেশ্যই থাওক, শঙ্কৰৰ মত প্ৰকৃত জ্ঞানযোগীৰ বাহিৰে আনৰ পক্ষে উপযোগী হোৱাৰ আশা নাই। আধুনিক যুগত জ্ঞানপন্থাৰ এনে সাধক দেখিবলৈ পোৱা নাযায়। এই যুগত নৰ-দেৱতা স্বামী বিবেকানন্দই অদ্বৈতবাদ প্ৰচাৰ কৰিছিল। বিবেকানন্দৰ সেই উচ্ছ্বাসপূৰ্ণ বাণী 'Let the lion of Vedanta roar' 'তৎত্বমসি' তত্বৰ সঞ্জীবনীস্বৰূপ। কিন্তু এই তত্ব হৃদয়ঙ্গম কৰাৰ পৰা শক্তি বৰ্ত্তমান যুগত কোনোবা আছে বুলি বোধ নহয় আৰু এই তত্ব জ্ঞান-যোগৰ সৰ্ব্বশ্ৰেষ্ঠ সাধকৰ বাহিৰে কেৱে উপলব্ধি কৰিব নোৱাৰে। ইউৰোপত অধ্যাপক ডয়চেনে ইয়াৰ গভীৰ আলোচনা কৰি ইয়াৰ মহত্ব দেশবিদেশত প্ৰচাৰ কৰিছে। ডয়চেনৰ 'Indians —Keep to it' এই বাণী ভাৰতৰ গৌৰৱ। কিন্তু সংসাৰত সকলোৰে পক্ষে জ্ঞান-যোগ সাধনা কৰা সম্ভৱ নহয়, এনে স্থলত আমি শঙ্কৰৰ দৰ্শন এৰি আচাৰ্য্য ৰামানুজৰ আশ্ৰয় লব লাগিব। শঙ্কৰৰ দৰে আচাৰ্য্য ৰামানুজেও বেদান্ত-সূত্ৰৰ টীকা ৰচনা কৰি গৈছে। দেওঁৰ দাৰ্শনিক মতক বিশিষ্টাদ্বৈতবাদ, দ্বৈতাদ্বৈতবাদ বা Qualified monism নামেৰে জনা যায়। আচাৰ্য্য ৰামানুজে তিনটা সত্য বস্তু ধৰি লৈছে,—চিৎ (soul), অচিৎ (matter) আৰু ঈশ্বৰ। ওপৰে ওপৰে চালে ৰামানুজৰ দাৰ্শনিক মতৰ বিশিষ্টাদ্বৈতবাদ নামটো স্বতোবিৰুদ্ধ (self-contradictory) বুলি বোধ হব পাৰে কিন্তু ভাবি চালে দেখা যায় যে আচাৰ্য্য ৰামানুজে তিনটা সত্য বস্তু ধৰি লৈছে যদিও, এই তিনটা বস্তু পৃথক্ পৃথক্ বুলি নিৰ্দ্দেশ কৰা নাই ; কাৰণ অচিৎ ( matter ) আৰু চিৎ ( soul ) ঈশ্বৰৰ

শৰীৰস্বৰূপ. কাজেই এই তিনটা বস্তু ঐক্যসমন্বিত। এই খিনিতে সন্দেহ হব পাৰে যে চিৎ, অচিৎ আৰু ঈশ্বৰক এক বুলি ধৰি লোৱা হৈছে যেতিয়া ৰামানুজৰ মতো অদ্বৈতবাদেই, কাজেই শঙ্কৰৰ মতেৰে সৈতে একে, কিন্তু দেখা যায় যে এই তিনটা বস্তু ঐক্যসমন্বিত যদিও ইহঁতৰ পৃথক্ পৃথক্ লক্ষণ আছে, প্ৰত্যেকটোৰে স্বৰূপ বেলেগ বেলেগ, চিৎ অচিৎ নহয় আৰু অচিতো চিৎ নহয়। এই কাৰণে ৰামানুজৰ দাৰ্শনিক মত বিশিষ্টাদ্বৈতবাদ অৰ্থাৎ বিশেষ ধৰণৰ অদ্বৈতবাদ—এই নামেৰে জনা যায়। মোট কথা এই যে চিৎ আৰু অচিৎ ব্ৰহ্মৰ গুণ, চিৎ আৰু অচিৎ সৃষ্টিৰ আগত সূক্ষ্ম অৱস্থাত আৰু সৃষ্টিৰ পাচত স্থূল অৱস্থাত থাকে—এই দুয়ো অৱস্থাতে ইহঁত দুটা ব্ৰহ্মৰ গুণ। চিৎ আৰু অচিতৰ দ্বাৰা গঠিত এই বিশ্ব পৰমাত্মাৰ শৰীৰস্বৰূপ, পৰমাত্মাৰ লগত চিৎ আৰু অচিতৰ অভেদসংসৰ্গ বা নিত্যসম্বন্ধ। সুঠাতে পৰমাত্মা বিশ্বৰ প্ৰাণস্বৰূপ। পৰমাত্মাৰ অসীম প্ৰাণৰ সাগৰত চৰাচৰ বিশ্ব নিমগ্ন হৈ আছে। ৰামানুজৰ দৰ্শনত বিষ্ণুৱেই পৰমাত্মা বা পৰব্ৰহ্ম। পৰব্ৰহ্ম বিষ্ণুৰ দ্বাৰা বিশ্বজগত অনুপ্ৰাণিত। ৰামানুজস্বামী শঙ্কৰৰ মায়াবাদৰ বিৰোধী। শঙ্কৰৰ মতে সৃষ্টি সত্য বস্তু নহয়, কিন্তু ৰামানুজাচাৰ্য্যই সৃষ্টিক সত্য বুলি মানে, কাৰণ, সৃষ্টিৰ উপাদান চিৎ আৰু অচিৎ এই দুয়োটো পৰব্ৰহ্ম বিষ্ণুৰ গুণ। ৰামানুজমতাৱলম্বীসকলে শঙ্কৰমতাৱলম্বীসকলক কয়,—'তোমালোকৰ মতে সৃষ্টি সত্য নহয়, সত্য বুলি বোধ হয় মাথোন। এই খিনিতেই আমাৰ আপত্তি। এটা বস্তু দৰাচলতে সত্য নহলে যুগ-যুগান্তৰ ধৰি প্ৰাণীৰ সত্য বুলি বোধ হব কেনেকৈ ? মনে কৰা তুমি দাপোণত তোমাৰ মুখ চাইছা, তোমাৰ প্ৰতিবিম্ব গৈ দাপোণত পৰিছে। তোমালোক অদ্বৈতবাদীয়ে কবা প্ৰতিবিম্ব বুলি কোনো বস্তু নাই, কিন্তু আমি কওঁ প্ৰতিবিম্ব বুলি এটা বস্তু আছেই।

দাপোণত মুখ চাই আনন্দলাভ কৰিছা আৰু প্ৰতিবিম্বৰ পৰাই তোমাৰ ৰূপৰ এটা ধাৰণা কৰিছা, তথাপি তোমালোকে কোৱা যে প্ৰতিবিম্ব বুলি এটা বস্তুৱেই নাই !" শঙ্কৰমতাৱলম্বীসকলে এই খিনিতে কব,—"আমি অভেদদৰ্শী, আমাৰ মানত জ্ঞাতা আৰু জ্ঞেয় (object of consciousness) একে। আমি চেতনাৰ সাৰ্ব্বভৌমত্ব মানো। সোণ আৰু সোণৰ অলঙ্কাৰ যিদৰে অভিন্ন, সেই দৰে চেতনা আৰু চেতনাগ্ৰাহ্য সকলো বস্তু অভিন্ন ; তুমি, মই,—এইবিলাক উপাধি ( accident ) মাথোন। একমাত্ৰ চেতনা বিশ্বৰ স্বৰূপ ( Proprium ) ।" ( ৫ ) ওপৰত কৈ অহা হৈছে যে এনেবিধৰ সাধনা অতি দুষ্কৰ। সি যি নহওক, ৰামানুজৰ অনুগামীসকলে আকৌ কয়,—"মনে কৰা, তুমি সপোন দেখিছা। সপোনত দেখা কথাবিলাক অৱশ্যে সঁচা নহয়, কিন্তু তুমি সপোনটো সত্য বুলি মানিব লাগিব। নহলে, সুখৰ সপোন দেখি হাঁহা কিয় আৰু ভয় লগা সপোন দেখি চিঞঁৰা কিয় ?" এই বিধৰ যুক্তিৰে ৰামানুজাচাৰ্য্যই শঙ্কৰৰ মত খণ্ডন কৰিবৰ চেষ্টা কৰিছে।

ওপৰত ৰামানুজাচাৰ্য্যৰ মত অতি সংক্ষেপে প্ৰকাশ কৰা হৈছে। আচাৰ্য্য ৰামানুজৰ কল্পিত পৰ, ব্যূহ আদি বিষ্ণুৰ ৰূপ, নিত্য, মুক্ত আদি আত্মা আৰু প্ৰপত্তি আচাৰ্য্যাভিমান আদি সাধনাপ্ৰণালীৰ বিষয়ে

(৫) প্ৰজ্ঞা বা self-consciousness নহলে ইন্দ্ৰিয় থাকিব নোৱাৰে, ইন্দ্ৰিয় নহলে ইন্দ্ৰিয়গ্ৰাহ্য বস্তু থাকিব নোৱাৰে। কাজেই,—"যদি এটা বস্তু আন এটা বস্তু নহলে থাকিব নোৱাৰে, তেনেহলে সেইটো বস্তু ইটো বস্তুৰে একে"- এই নিয়ম অনুসাৰে ইন্দ্ৰিয় নহলে থাকিব নোৱৰা ইন্দ্ৰিয়গ্ৰাহ্য বস্তুবিলাক ইন্দ্ৰিয়েৰে সৈতে একে আৰু প্ৰজ্ঞা নহলে থাকিব নোৱৰা ইন্দ্ৰিয়বিলাক প্ৰজ্ঞা বা self-consciousness-এৰে সৈতে একে। (The Upanishads—'The World's Great Classics' series—১৭০ পৃষ্ঠা। বিশ্বজগতৰ সকলো প্ৰাণী, সকলো বীজ, পঞ্চ মহাভূত আদি সকলোবিলাক 'প্ৰজ্ঞানং ব্ৰহ্ম' (ঐতৰেয়োপনিষৎ—অষ্টাবিংশত্যুপনিষদঃ—বম্বে সংস্কৰণ—৬০ পৃষ্ঠা ) ।

ইয়াত একো কোৱা নহল। মুক্তিসম্বন্ধে আচাৰ্য্য ৰামানুজৰ মত অতি সংক্ষেপে কবলৈ হলে, মৃত্যুৰ অন্তত ঈশ্বৰৰ কাষত আশ্ৰয় পোৱাই ভক্তৰ চৰম লক্ষ্য। খ্ৰীষ্টান সকলৰ সিদ্ধান্তেৰে সৈতে ৰামানুজৰ এই মত মিলে, বাইবেলত ( John 3, 16 ) যি 'everlasting life'-অৰ কথা কোৱা হৈছে, আচাৰ্য্য ৰামানুজৰো লক্ষ্য সেয়ে। অৱশ্যে, খৃষ্টান-সকলৰ লক্ষ্য বস্তুস্বৰূপ আৰু (objective) ৰামানুজৰ লক্ষ্য চিৎস্বৰূপ (subjective)।

---

# স্পন্দন।

স্পন্দন কাক বোলে যদিও সকলোৱে বুজে তথাপি তাৰ দ্বাৰা জগতত যে কিমান আশ্চৰ্য্যজনক কাম হব লাগিছে তাক ভাবিলে বিস্ময় মানিব লাগে। চকুৰ আগত দেখি থকা পানীৰ ঢৌৰ পৰা আৰম্ভ কৰি শব্দ, তাপ, পোহৰলৈকে সকলো একমাত্ৰ স্পন্দনৰে ক্ৰিয়া মাথোন। আমি এই স্পন্দনৰ বিষয়ে আলোচনা কৰি চাওঁহঁক।

এটা শিল ডোল এডালত ওলোমাই দোলাই দিলে আমি লৰি থকা দেখোঁ। এনে পৰা বা দোলাকে আমি স্পন্দন বোলোঁ। এচৰাজ বা বেহেলাৰ তাঁৰ এডাল ধৰি জোকাৰ মাৰি দিলে তাৰ গতিটোকো আমি স্পন্দন বোলোঁ। এই দুই স্পন্দন ঠিক একে ধৰণৰ, কেৱল স্পন্দনৰ সময় আৰু পৰিমাণৰ যি বেচি কম; এটা মৃদু আৰু আনটো দ্ৰুত।

এতিয়া ঢৌ কি? এশাৰী বস্তুৰ ভিতৰত পৰস্পৰ এনেকুৱা সংযোগ থাকিব পাৰে যে এমূৰৰ এটা লৰাই দিলে শাৰীৰ গোটেইবিলাকে এটাৰ পাচত এটাকৈ লৰিব ধৰিব। এই দৰে এঠাইৰ পৰা আন ঠাইলৈ স্পন্দন-গতি আঁতৰি যোৱাকে ঢৌ বোলে। পানীত এশাৰী কলহ ওপঙাই এমূৰৰ এটা ধৰি লাহে লাহে এবাৰ তল এবাৰ ওপৰকৈ কঁপাই দিলে দেখা যাব যে এটাৰ পাচত এটাকৈ আনবিলাক কলহো কঁপিব ধৰিছে আৰু পানীয়েও যাক আমি ঢৌ বোলোঁ তেনে আকাৰ ধাৰণ কৰিছে। কলহটো যদি লাহে লাহে কঁপোৱা যায় তেনেহলে ঢৌবিলাক দীঘল দীঘল হয় আৰু খৰকৈ কঁপালে ঢৌবিলাক চুটি চুটি হয়।

এই দৰে বেহেলাৰ তাঁৰ এডাল জোকাৰি দিলে সি কঁপিব ধৰিব আৰু

তাৰ ওচৰত থকা বতাহক কঁপাই দিয়া বাবে বতাহতো পানীৰ নিচিনা এক ৰকম ঢৌ উৎপন্ন হ্‌ব। এই ঢৌৱে আহি আমাৰ কাণত সোমাই কাণৰ ভিতৰত থকা এক ৰকম পাতল ছাল কঁপাই দিলে আমি শব্দ অনুভৱ কৰোঁ। বতাহৰ ঢৌবিলাক যদি চুটি চুটি হয় তেনেহলে আমাৰ কাণত এক ৰকম সুৰৰ আৰু যদি দাঘল দীঘল হয় তেনেহলে আন ৰকম সুৰৰ অনুভূতি হয়। ঢৌ চুটি হলে যেনে শুনো তাক আমি চৰা সুৰ বোলোঁ আৰু ঢৌ দীঘল হলে যেনে শুনো তাক খাদ সুৰ বোলোঁ। বেহেলাৰ তাঁৰডাল টানি পকাই দিলে তাৰ স্পন্দন খৰ হয় আৰু সেই দেখি সুৰো চৰা হয়, আৰু যদি তাৰডাল ঢিলাই দি বজোৱা যায় তেনেহলে সুৰ খাদ হৈ পৰে। প্ৰত্যেক শব্দ ওলোৱা বস্তুৰে মূল কাৰণ হৈছে স্পন্দন। স্পন্দন নহলে শব্দৰ উৎপত্তি হব নোৱাৰে আৰু সেই স্পন্দনৰ ঢৌ-বহনকাৰী বতাহ বা বতাহৰ নিচিনা আৰু পদাৰ্থ নাথাকিলেও আমি শব্দ শুনিব নোৱাৰোঁ। সূৰ্য্য বা আন গ্ৰহত যদি কিবা শব্দ হৈছে আমাৰ শুনিবৰ উপায় নাই, কাৰণ, সূৰ্য্য আৰু এই পৃথিবীৰ মাজত সংযোগ-কাৰী বায়ু নাই।

আমি দেখিছোঁ যে কোনো এটা বস্তু লৰাই দিলে বতাহত পানীৰ নিচিনা ঢৌ উৎপন্ন হয় আৰু সেই ঢৌ গৈ কাণত সোমালে আমি এক প্ৰকাৰ অনুভৱ কৰোঁ যাক আমি শব্দ শুনা বোলোঁ। যদি কোনো মানুহৰ কাণ কলা হয় অৰ্থাৎ কাণৰ ভিতৰত থকা স্পন্দন-গ্ৰহণকাৰী পাতল ছালখন অকৰ্ম্মণ্য হয়, তেন্তে তাৰ শুনিবৰ উপায় কি? এক উপায় আছে, শ্ৰবণেন্দ্ৰিয়ৰ স্নায়ুবোৰলৈ কোনো প্ৰকাৰে বতাহৰ স্পন্দন পঠিয়াই দিয়া। দেখা গৈছে যে আমাৰ আগদাঁতৰ লগত শব্দবহনকাৰী স্নায়ুৰ সংযোগ আছে। আমি যদি এচটা ডাঠ কাগজৰ এটা মূৰ দাঁতেৰে কামুৰি ধৰি আনটো মূৰ হাতেৰে ভিৰাই ধৰোঁ তেনেহলে শব্দৰ ঢৌৱে

আহি কাগজচটাত পৰি তাক কঁপাই দিব আৰু কাগজচটাই দাঁতক কঁপাই দিব, দাঁতে আকৌ শব্দবহনকাৰী স্নায়ুক কঁপাই দিব, তেতিয়া আমি শব্দ শুনিবলৈ পাম। কলা মানুহক এনেকুৱা উপায় অবলম্বন কৰা অনেকে দেখা পাইছে।

আমাৰ শ্ৰবণেন্দ্ৰিয়ই সকলো প্ৰকাৰ বতাহৰ ঢৌ অনুভৱ কৰিব নোৱাৰে। আমি হাত বা বিচনী লৰালে বতাহত যি ঢৌ উৎপন্ন হয় তাক অনুভৱ কৰিবলৈ আমাৰ শ্ৰবণেন্দ্ৰিয় তেনেই অক্ষম। দেখা গৈছে যে এক ইঞ্চিতকৈ চুটি আৰু প্ৰায় ৪০ ফুটতকৈ দীঘল ঢৌ আমি অনুভৱ কৰিব নোৱাৰোঁ। কিন্তু চৰাইৰ ভিতৰত বাদুলিয়ে নিজৰ ডোকা কোবাওঁতে বতাহত উৎপন্ন হোৱা ঢৌৰ শব্দ শুনিবলৈ পায়। এই নিমিত্তে সি ঘোৰ অন্ধকাৰ ৰাতিতো কতো খুন্দা-খুন্দলি নোখোৱাকৈ উৰি ফুৰিব পাৰে; কাৰণ আগত গছ, ঘৰ বা আন কিবা প্ৰতিবন্ধক থাকিলে তাৰ ডোকাৰ পৰা হোৱা ঢৌবিলাক তাত খুন্দা খাই প্ৰতিবন্ধকস্বৰূপে উভতি আহি তাৰ কাণত সোমালেই সি তাৰ আগত থকা প্ৰতিবন্ধকৰ অস্তিত্ব গম পাই সাৱধান হব পাৰে। ইয়াকে বাদুলিৰ ষষ্ঠ ইন্দ্ৰিয় বোলা যায়। এনে ষষ্ঠ ইন্দ্ৰিয়বস্তু আমি সাজি লব পাৰো। এনে এটা যন্ত্ৰ লগত থকাহেঁতেন টাইটানিক জাহাজ ওপটি ফুৰা বৰফৰ পাহাৰত খুন্দা খাই আটলাণ্টিক মহাসাগৰত ডুব নগলহেঁতেন। পৰমেশ্বৰৰ সৃষ্টিকৌশল কি বিচিত্ৰ। প্ৰবৰ্ত্তনৰ কাৰণে যাক যিটোৰ দৰকাৰ তেওঁ তাক ঠিক সেইটোকে দিছে। অবোধ নিশাচৰ প্ৰাণীক ৰাতি ফুৰিবৰ কাৰণে তেওঁ এটা ষষ্ঠ ইন্দ্ৰিয় দিছে। মানুহকো নিজ নিজ সুখৰ অৰ্থে তেওঁ সকলো দিছে, কিন্তু মানুহে নিজৰ নাটনি দিনৌ গঢ়ি লব ধৰিছে। সেই দোষ ভগবানে আমাক 'বুদ্ধি' এই মহাশক্তি দিছে। নিজৰ বুদ্ধি খটাই প্ৰকৃতিদেবীৰ গুপ্ত ৰত্ন উদ্ধাৰ কৰি আমি আমাৰ অভাৱ পূৰ্ণ কৰি ললেই হল।

এতিয়া আমি আন এক ধৰণৰ স্পন্দনৰ বিষয়ে আলোচনা কৰোঁ-হঁক। তাপ আৰু গোহৰ নো কি? ইহঁতো স্পন্দনৰ বাহিৰে আন একো নহয়। এটা বস্তুৰ গোটেইটো শৰীৰ কঁপিলেই শব্দ উৎপন্ন হয়। কিন্তু যদি সেই দৰে নকৰি বস্তুটোৰ অণু আৰু পৰমাণুবোৰ কঁপিব ধৰে তেন্তে আমি যাক তাপ বোলোঁ সিয়েই উৎপন্ন হয়। কিন্তু এই স্পন্দন ইমান সৰু যে তাক শুদা চকুৰে চাব নোৱাৰি, কেৱল যন্ত্ৰেৰে হে জুখিব পাৰি। এটা বস্তুৰ পৰমাণুবোৰ বৰকৈ কঁপি থাকোঁতে যদি আমি তাক স্পৰ্শ কৰোঁ তেনেহলে সেই কঁপি থকা পৰমাণুবিলাকে আমাৰ শৰীৰৰ পৰমাণুবোৰক কঁপাই উথল মাথল লগাই দিব। তেতিয়াই আমি তাপ অনুভৱ কৰিম। এটা গৰম বস্তু গাত লগাই দিয়া জানিবা বৰ থৰকৈ কঁপি থকা কিছুমান বেজী আমাৰ গাত লগাই দিয়া। যদি গাত লগাই দিয়া বস্তুটোৰ পৰমাণুৰ স্পন্দন অতি প্ৰবল হয় তেনেহলে ই আমাৰ গাৰ পৰমাণুবিলাকক ইমান বেচিকৈ স্পন্দিত কৰাই দিয়ে যে সিহঁতৰ ভিতৰৰ ৰাসায়নিক একতা ভাগি-ছিগি ছেৰেলি-বেৰেলি হৈ যায়। ইয়াকে আমি পোৰা বোলোঁ।

এডাল লোৰ এমূৰে তাপ দিলে যে আন মূৰলৈকে তাপ যায় সি পৰমাণুৰ স্পন্দন এটাৰ পৰা আনটো এটালৈ গমন কৰাৰ পৰাই যে হয় তাক বেচ বুজিব পাৰি। ইয়াকে তাপৰ গতিশীলতা (conduction of heat) বোলা যায়। কাঠৰ নিচিনা কিছুমান বস্তুৰ পৰমাণুৰ স্পন্দনশক্তি বৰ লেহেম, গতিকে তাপো বেগতে বগাই যাব নোৱাৰে; কিন্তু ধাতবীয় পদাৰ্থৰ হলে এই শক্তি বৰ থৰ গতিকে তাপো বেগতে বগাব পাৰে। সেই দেখি ৰদত পৰি থকা টিন এচলাত ভৰি দিলে আমাক ইমানকৈ পোৰে, অথচ তাতকৈও বেচি সময় ৰদত পৰি থকা কাঠ এচলাই সিমানকৈ নোপোৰে।

এটুকুৰা ধাতুক হাঁতুৰীৰে বৰকৈ কোবাই থাকিলে সি হাত দিব নোৱৰা গৰম হৈ উঠে। ইয়াতো হাঁতুৰীৰে কোব খাই ধাতু টুকুৰাৰ পৰমাণুবোৰ স্পন্দিত হোৱাৰ নিমিত্তেই যে এনে হয় তাক বেচ বুজিব পাৰি। কৰতেৰে কাঠ ফালোঁতেও ঘঁহনা খাই এই দৰেই তাপ উৎপন্ন হয়। ইয়াত পৰমাণুৰ স্পন্দন ঠিক বেহেলাৰ জোৰৰ ঘঁহনা খাই তাঁৰত স্পন্দন হোৱাৰ নিচিনা। অসভ্য জাতিবোৰে কাঠত কাঠ ঘঁহি এই দৰেই জুই উলিয়ায়। আমাৰ টিক্সিবিৰ পৰা জুই ওলোৱাৰ কাৰণো এয়েই। ঋষিসকলে যজ্ঞৈল কাঠত কাঠ ঘঁহি এই দৰেই স্বয়ম্ভূ অগ্নি উৎপন্ন কৰিছিল।

কোনো বস্তু এটাত তাপ দিলে তাৰ পৰমাণুবিলাক বৰকৈ কঁপিব ধৰে; কাজেই সিহঁত তেপ খাই থাকিব নোৱাৰি আঁতৰ হৈ যায়। সেই দেখি তাপ দিলে প্ৰায় সকলো বস্তুৰেই আয়তন বাঢ়ে। এটা গোটা বস্তুত তাপ দিলে পৰমাণুবিলাক ইমান আতৰাআঁতৰি হৈ পৰিব পাৰে যে সিহঁতৰ ভিতৰৰ পৰস্পৰ আকৰ্ষণ শিথিল হৈ বস্তুটোৰ আটিলতা stiffness একেবাৰে নষ্ট হৈ যাব। এনে হলেই আমি বস্তুটো 'গলা' বোলোঁ। এতিয়া যদি গলাৰ পাচতো আৰু বেচিকৈ তাপ দিয়া যায় তেনেহলে কিছুমান পৰমাণুৰ বেগ ইমান বেচি হৈ যাব যে বাকীবিলাক আকৰ্ষণৰ বান্ধোন এবাই একেবাৰে উৰি যাব পাৰে। তেতিয়াই আমি জুলীয়া বস্তুৰ পৰা ভাপ ওলোৱা বোলোঁ। এতিয়া দেখা গৈছে যে স্পন্দনৰ শক্তি-ভেদত একেটা বস্তুৰেই গোটা, জুলীয়া আৰু বাষ্পীয় অৱস্থাত থাকিব পাৰে। যি বায়ু আমি সদায় বাষ্পীয় অৱস্থাত পাওঁ তাৰ আণবিক স্পন্দন কমাই কমাই একেবাৰে গোটা অৱস্থাত পেলাব পৰা যায়।

যেনেকৈ সমুদ্ৰত পানী আছে আৰু পৃথিবী বেৰি বায়ুমণ্ডল আছে সেই

দৰে সমস্ত ব্ৰহ্মাণ্ডকে ভেদি ঈথাৰ (Ether)-সমুদ্ৰ আছে। যেনেকৈ পানী লৰালে পানীত ঢৌ উঠে, বতাহ কঁপালে শব্দৰ ঢৌ হয়, সেই দৰে অণু আৰু পৰমাণুৰ স্পন্দন হলে এই ঈথাৰসমুদ্ৰতো এবিধ ঢৌ উৎপন্ন হয়। এই ঢৌবোৰ অতীব ক্ষুদ্ৰ। কিন্তু ইয়াৰ বৰ বেগ—চেকেণ্ডত ১৮৬০০০ হেজাৰ মাইল। এই ঈথাৰ-ঢৌ আহি আমাৰ গাত পৰিলে আমাৰ কোনো কোনো ইন্দ্ৰিয়ই তাক অনুভৱ কৰিব পাৰে। যদি ঢৌ-বিলাক গাত পৰে তেন্তে আমি পোহৰ অনুভৱ কৰোঁ। কিন্তু ঈথাৰ-ঢৌৰ বেলিকা শব্দৰ ঢৌৰ দৰে আমাৰ বেলেগ বেলেগ ইন্দ্ৰিয়ক উত্তেজিত কৰা শক্তি সীমাবদ্ধ। তাপৰ ঢৌৰ স্পন্দন স্থূল আৰু পোহৰৰ ঢৌৰ স্পন্দন সূক্ষ্ম।

ঈথাৰত বিদ্যুৎ-কম্পন হলেও ঢৌ উৎপন্ন হয়। কিন্তু এই ঢৌ আণবিক স্পন্দনৰ পৰা উৎপন্ন হোৱা ঢৌতকৈ বহুত দীঘল। আকাশত বিজুলীয়ালে এনে ঢৌ উৎপন্ন হয়। যন্ত্ৰৰ সহায়েৰে বিদ্যুৎ-কম্পন কৰি আমি এনে ঢৌ নিজে উৎপন্ন কৰিব পাৰোঁ। এতিয়া আমি অন্য এটা লাগতিয়াল বিষয় আলোচনা কৰোঁহঁক।

সহানুভূতি-স্পন্দন (sympathetic vibration) কাক বোলে আৰু কেনেকৈ উৎপন্ন হয়? দুটা বেলেগ বেলেগ বস্তুৰ যদি স্বাভাবিক স্পন্দনৰ সময় একে হয় তেন্তে এটাক কঁপাই দিলে আৰু তাৰ ঢৌ গৈ সিটোত পৰিলে সিটোও আপোনাআপুনি কঁপি উঠিব। কিন্তু যদি সিহঁতৰ স্বাভাবিক স্পন্দনৰ সময় একে নহয়, তেনেহলে ইটোৰ পৰা ঢৌ গৈ সিটোক তেনেকৈ কঁপাই দিব নোৱাৰে। দুখন বেহেলাৰ তাঁৰ দুডাল ঠিক একে সুৰতে বন্ধা থাকিলে এখন বজাই দিলে আনখনো আপোনাআপুনি বাজি উঠিব। ইয়াকেই সহানুভূতি-স্পন্দন বোলে। এই সহানুভূতিৰ মূল কাৰণ হৈছে, এটা অতি ধীৰে ধীৰে কঁপি থকা বস্তুক যেতিয়া যিপিনে ঢাল খায় তেতিয়া

ঠিক সেই পিনেই ঠেলা মাৰি দি তাৰ গতিক সহায় কৰি শেহত তাক বৰকৈ আন্দোলিত কৰা। এই সহানুভূতি সকলো প্ৰকাৰ স্পন্দনতে প্ৰকাশ পায়— কি শব্দমূলক, কি তাপমূলক, কি পোহৰমূলক, কি বিদ্যুৎমূলক।

এতিয়া প্ৰত্যেকৰে এটা দুটা উদাহৰণ দিয়া যাওক। শব্দৰ এটা উদাহৰণ দিয়া হৈছে। আমি যদি কোনো এটা খালি পাত্ৰৰ মুখত কাণ পাতোঁ তেনেহলে তাৰ পৰা অনবৰত এক ৰকম হো হো শব্দ শুনিম। ইয়াৰ কাৰণ সহানুভূতি-স্পন্দন মাথোন। বায়ুমণ্ডলত নানা ৰকম স্পন্দনৰ হেতু অনবৰত এটা গণ্ডগোল হৈয়েই থাকে আৰু প্ৰত্যেক খালি পাত্ৰৰ ভিতৰৰ বতাহৰ স্বাভাৱিক স্পন্দন এক ৰকমৰ মাথোন। এতিয়া বাহিৰৰ গণ্ডগোলৰ মাজৰ পৰা এক ৰকমৰ স্পন্দন হে সেই পাত্ৰৰ ভিতৰৰ বতাহৰ স্পন্দনেৰে সৈতে মিলে। সেই দেখি সেই স্পন্দনৰ ঢৌ আহি পৰিলেই ভিতৰৰ বতাহত সহানুভূতি-স্পন্দন হয় আৰু আমি সেই শব্দকে শুনিবলৈ পাওঁ।

আমি এতিয়া তাপমূলক আৰু পোহৰমূলক স্পন্দনৰ কথা আলোচনা কৰোঁহঁক। আমি দেখিছোঁ যে পৰমাণুৰ স্পন্দন হলে ঈথাৰত যি ঢৌ উৎপন্ন হয় তাকে তাপ আৰু পোহৰৰ ঢৌ বোলা যায়। ঢৌৰ দীৰ্ঘতা কম-বেচি হিচাবে আমাৰ চকুত বেলেগ বেলেগ ৰঙৰ অনুভূতি হয়। বৰ্ণ-বিশ্লেষণ-যন্ত্ৰেৰে (Spectroscope) দেখা গৈছে যে বগা পোহৰ, নীলা, হালধীয়া, ৰঙা আদি নানা মূল পোহৰৰ সমষ্টি,—অৰ্থাৎ বগাপোহৰ একে ধৰণৰ স্পন্দনৰ পৰা উৎপন্ন নহয়,—ই সকলো প্ৰকাৰ খৰ আৰু ধীৰ আণৱিক স্পন্দনৰ ঢৌৰ সমূহ মাথোন। এতিয়া যদি ৰঙা পোহৰ এনে এটা বস্তুত পৰে যাৰ অণুবোৰৰ স্বাভাৱিক স্পন্দন ৰঙা পোহৰৰ স্পন্দনৰ সমান, তেনেহলে ৰঙা পোহৰৰ ঢৌ পৰা মাত্ৰকে সেই ঢৌ-বোৰ

সেই বস্তুটোত মাৰ গৈ অণুবিলাকক স্পন্দিত কৰি তুলিব। কিন্তু অলপ ৰঙ্গা পোহৰৰ ঢৌৱে গোটেইবোৰ পৰমাণুক স্পন্দিত কৰাত সিহঁতৰ স্পন্দন বৰ দুৰ্ব্বল হয়। সেই দেখি সেই পৰমাণুৰ স্পন্দনৰ পৰা উৎপন্ন হোৱা ঢৌ একেবাৰে নিস্তেজ হৈ পৰে, গতিকে আমি ৰঙ্গা পোহৰ সেই বস্তুৰ পৰা আৰু নাপাওঁ—অৰ্থাৎ ৰঙ্গা পোহৰৰ ঢৌবোৰ সেই বস্তুটোৱে শুহি পেলায়। এতিয়া যদি সেই বস্তুটোত বগা পোহৰ পৰে তেনেহলে তাৰ ৰং বগাৰ পৰা ৰঙ্গা বাদ দিলে যি হয় ঠিক সেয়েই হব,—অৰ্থাৎ কজলা হব। এটা ৰঙ্গা ফুলৰ বেলিকা, আমি কিন্তু ৰঙ্গা পোহৰৰ ঢৌ হে পাওঁ,—অৰ্থাৎ বাকীবিলাক ঢৌ শুহি পেলায়। ইয়াৰ পৰা বুজিব লাগিব যে ৰঙ্গা ঢৌৰ লগত ইয়াৰ অণুবিলাকৰ স্পন্দনৰ সহানুভূতি নাই কিন্তু বাকীবিলাক ৰঙ্গৰ ঢৌৰ লগত হলে আছে। সেই দেখি ৰঙ্গা বস্তু এটা নীলা বা কলপতীয়া পোহৰত ধৰিলে তাক একেবাৰে কলা দেখা যাব, কিন্তু ৰঙ্গা পোহৰত ধৰিলে ফটফটীয়া হৈ পৰিব। কলা কাপোৰে সকলোবিলাক পোহৰৰ ঢৌকে শোহে। ইয়াৰ পৰা বুজা যায় যে কলা কাপোৰৰ পৰমাণুবিলাকত সকলো প্ৰকাৰ স্পন্দন হব পাৰে।

এতিয়া পৰমাণুবোৰে ঈথাৰৰ ঢৌ শুহিলে সিহঁতৰ স্পন্দন ক্ৰমাৎ ডাঙ্গৰ হৈ আহে, গতিকে বস্তুটো লাহে লাহে গৰম হৈ পৰে। কলা কাপোৰ এখন ৰদত দিলে এই কাৰণেই খৰকৈ তপত হয়, কিন্তু বগা কাপোৰ হলে সিমান বেগতে তপত নহয়। সেই বাবে আমাৰ ভাত ৰন্ধা চৰুৰ তলখন চক্‌চকীয়া নহৈ ক'লা হলে হে ভাল।

এই খিনিতে বৰ্ণ-বিশ্লেষণ যন্ত্ৰ ( Spectroscope ) সম্বন্ধে দু-আষাৰমান লাগতিয়াল কথা কোৱা যাওক। এটা জলি থকা লেমৰ পোহৰক এই যন্ত্ৰেৰে ভাঙ্গি চালে ৰঙ্গাৰ পৰা বেঙ্গুনীয়ালৈকে এটা লানি নিছিগা ৰামধেনুৰ নিচিনা বৰ্ণছত্ৰ (spectrum) দেখা যাব। এতিয়া যদি আমি

'স্পিৰিত লেম্প' এটাত এডোখৰ লোণ পোৰোঁ তেতিয়া তাত থকা চদিয়ম (sodium) ধাতু বাষ্পীভূত হৈ গোটেই জুইকুৰা হালধীয়া কৰি তুলিব। ইয়াক সেই যন্ত্ৰেৰে চালে এটা হালধীয়া ৰেখা দেখা যাব। আকৌ যদি সেই আগেয়ে কোৱা লেমৰ চাকিৰ লোণ পোৰা জুইকুৰাৰ মাজেদি আ'ন বৰ্ণ-বিশ্লেষণ কৰি চোৱা যায় তেনেহলে ঠিক চদিয়মৰ হালধীয়া ৰেখাৰ ঠাইত এটা কলা ৰেখা দেখা যাব। আমি সূৰ্য্যৰ পোহৰ বিশ্লেষণ কৰিও ঠিক এনে এটা কলা ৰেখা পাওঁহঁক। ইয়াৰ পৰা বুজিব পাৰি যে সূৰ্য্যক আবৰি থকা বাষ্পপুঞ্জৰ মাজত চদিয়মৰ বাষ্পও আছে। এই দৰেই আমি জানিব পাৰিছোঁ যে পৃথিবীত থকা সকলোবিলাক মূল পদাৰ্থই (element) সূৰ্য্যত বাষ্পৰূপে আছে। এই কলা ৰেখাৰ কাৰণ হৈছে সহানুভূতিস্পন্দনেই। চাকিৰ পৰা অহা পোহৰৰ ভিতৰৰ যি পোহৰৰ ঢৌ চদিয়মৰ পোহৰৰ ঢৌৰ লগত মিলে সেই ঢৌবিলাকক লোণ পোৰা জুয়ে শুহি পেলাইছে।

এতিয়া বৈদ্যুতিক স্পন্দনৰ এটা উদাহৰণ দিয়া যাওক। যদি দুটা ঠিক একে ধৰণৰ বিদ্যুৎ-স্পন্দনকাৰী যন্ত্ৰ থাকে তেনেহলে এটাত বিদ্যুৎ স্পন্দন কৰি দিলে আনটোতো আপোনাআপুনি বিদ্যুৎ-স্পন্দন হ'ব। ঠিক জানিবা এটা পুখুৰীত দুটা একে সমান কলহ ওপঙাই দি এটাক তল-ওপৰ কৰি কঁপাই দিয়া হৈছে আৰু আনটোও ইটোৰ ঢৌ লাগি আপোনাআপুনি কঁপি উঠিছে। এই বিদ্যুৎ-স্পন্দনৰ ঈথাৰ-ঢৌ হেজাৰ হেজাৰ মাইল আঁতৰলৈকে পঠিয়াব পাৰি আৰু ইয়াৰ অস্তিত্ব যন্ত্ৰ-সাহায্যে জানিব পাৰি। এয়েই আজিকালিৰ তাঁৰবিহীন টেলিগ্ৰাফৰ (wireless telegraphy) মূল কাৰণ।

এতিয়া দেখা গল যে প্ৰকৃতিত স্পন্দন-শক্তি কিমান বিৰাট আৰু কিমান মূৰ্ত্তিত বিৰাজ কৰিছে। মুঠতে কবলৈ গলে জগদীশ্বৰৰ মহাশক্তি

কেৱল স্পন্দনৰূপেহে প্ৰকাশ পাইছে। সূৰ্য্য, যি আমাৰ প্ৰাণস্বৰূপ, কেৱল স্তূপীকৃত স্পন্দন-শক্তি মাথোন। তেওঁ অনন্তকালৰে পৰা আমাক নিজ শক্তি, তাপ আৰু পোহৰৰূপে, বিলাই আহিছে। পৰমেশ্বৰে আমাৰ পঞ্চজ্ঞানেন্দ্ৰিয়ৰ অন্ততঃ তিনটাক কেৱল স্পন্দন অনুভব কৰিবলৈকে দিছে। ফনোগ্ৰাফ, টেলিফোন, তাঁৰবিহীন টেলিগ্ৰাফ phonograph, telephone, wireless telegraphy) আদি যন্ত্ৰৰ মূলেই হৈছে স্পন্দন। আমি যিমানেই প্ৰকৃতিদেবীৰ গূঢ়ৰহস্যৰ ভিতৰত সোমাব পাৰিম সিমানেই আমি জগদীশ্বৰৰ অপূৰ্ব্ব সৃষ্টি-কৌশল দেখি স্তম্ভিত হম। কিন্তু তেনে কাম কেতিয়াও সহজসাধ্য নহয়। অনেক সাধ্যসাধনাৰ ফলত হে প্ৰকৃতি দেবীয়ে তেওঁৰ ভক্তসকলক একণমান ওৰণী দাঙ্গি দেখুৱায়।

---

# সৌৰ জগতৰ ক্ষীণ আভাস।



আন্ধাৰ ৰাতি নীল আকাশত অগণন জ্যোতিষ্কৰ শোভা দেখিলে মনত অপাৰ আনন্দৰ উদয় হয়। ৰাশি ৰাশি উজ্জ্বল জ্যোতিষ্কপুঞ্জ হীৰাৰ ফুলৰ নিচিনাকৈ আকাশত ওলমি থকা দেখিলে মনত ভাব হয় যেন ৩৩ কোটি দেৱতাৰ লৰাছোৱালীবিলাক দীপ জলাই দীপান্বিতা উৎসৱ কৰিছে।

কিন্তু আচলতে আকাশৰ জ্যোতিষ্কবিলাক এনে বিধৰ নহয়। জ্যোতির্ব্বিদ্ পণ্ডিতসকলে এই বিলাকক গ্ৰহ, নক্ষত্ৰ, উপগ্ৰহ আদি কেবাটাও ভিন ভিন শ্ৰেণীত ভাগ কৰি লৈছে। এওঁবিলাকৰ মতে আমাৰ সূৰ্য্যও এটি নক্ষত্ৰ। গ্ৰহ আৰু নক্ষত্ৰৰ ভিতৰত প্ৰভেদ অনেক। (১) নক্ষত্ৰৰ নিজৰ পোহৰ আছে, গ্ৰহৰ নিজৰ পোহৰ নাই। গ্ৰহবিলাক যে উজ্জ্বল দেখা যায় তাৰ কাৰণ সূৰ্য্যৰ পোহৰ হে। (২) গ্ৰহবিলাক নক্ষত্ৰৰ তুলনাত অনেক সৰু। (৩) গ্ৰহবিলাক আমাৰ ওচৰত, নক্ষত্ৰবিলাক কোটি কোটি গুণ দূৰত। (৪) গ্ৰহবিলাক সাধাৰণতঃ দূৰবীক্ষণত ডাঙৰ দেখা যায়, কিন্তু নক্ষত্ৰৰ আকাৰ প্ৰায়েই একে থাকে। গ্ৰহ আৰু নক্ষত্ৰৰ ভিতৰত ঘাইকৈ প্ৰভেদ এই যে, গ্ৰহবিলাক সূৰ্য্যৰ চাৰিওফালে ঘূৰে আৰু উপগ্ৰহবিলাক নিজ নিজ গ্ৰহৰ চাৰিওপিনে ঘূৰে।

ওপৰত যি সূৰ্য্যৰ কথা উনুকিওৱা হল সেই সূৰ্য্য অনন্ত আকাশৰ অগণিত নক্ষত্ৰৰাশিৰ এটা মাথোন। ইয়াৰ যেনেকৈ গ্ৰহ উপগ্ৰহ আছে সেই অগণিত নক্ষত্ৰবিলাকৰো বোধ হয় প্ৰত্যেকৰে গ্ৰহ, উপগ্ৰহ,

ধূমকেতু আদি আছে। প্ৰত্যেকেই বোধ কৰোঁ সূৰ্য্যৰ দৰে বহু গ্ৰহ উপগ্ৰহ লৈ এক এক বিশাল ৰাজ্যৰ ৰজাৰ নিচিনা হৈ আছে। ইফালে আকৌ এই অগণিত নক্ষত্ৰবিলাকৰ ইটো সিটোৰ ভিতৰত কোটি কোটি মাইলৰ ব্যৱধান। এইবিলাকৰ পৰাই ভাব হয় যে, আকাশনো কিমান বিস্তীৰ্ণ! অসীম আকাশত গ্ৰহ নক্ষত্ৰই বা কিমান! এই কথাৰ উত্তৰ জ্যোতিৰ্ব্বিদ্ পণ্ডিতসকলে দিব পৰা নাই। দাৰ্শনিকো অনন্তৰ অনন্ত নামতে নিস্তব্ধ। গণিতবিদৰো এই কথাৰ উত্তৰ দিবলৈ জ্ঞান আৰু সংখ্যাৰ অভাৱ! অনন্ত আকাশৰ এই অনন্ত জ্যোতিষ্কৰাশি লৈ ভগবানৰ অনন্ত সাম্ৰাজ্য। ইয়াকে আমি বিশ্বব্ৰহ্মাণ্ড বোলোঁ।

তথাপি হাজাৰ হাজাৰ বছৰৰ হাজাৰ হাজাৰ মনীষীসকলৰ অক্লান্ত চেষ্টাৰ ফলস্বৰূপে আমি আকাশৰ গ্ৰহনক্ষত্ৰবিলাকৰ বিষয়ে বহুত কথা জানিব পাৰিছোঁ। তলত সৌৰজগতৰ বিষয়ে মাথোন দুই চাৰিটা কথা কোৱা হল।

সৌৰ জগতৰ উৎপত্তি ঃ—

জ্যোতিৰ্ব্বিদ্ পণ্ডিতসকলৰ মতে সৌৰ জগতৰ সকলো জ্যোতিষ্ক-সমূহ আগেয়ে এটি প্ৰকাণ্ড অত্যুষ্ণ বাষ্পপিণ্ড আছিল। এই বাষ্পপিণ্ড শূন্যতে ভাহি আছিল আৰু কোনো কোনো অজানিত কাৰণে ইয়াৰ ভিতৰত কিছুমান শক্তি (energy) নিহিত থকা হেতু প্ৰাকৃতিক নিয়মানু-সাৰে ই নিজ মেৰুদণ্ডৰ চাৰিওফালে ঘূৰিছিল। পাচত যেতিয়া তাপ বিকিৰণ কৰি ই চেচাঁ হবলৈ ধৰিলে ইয়াৰ আয়তনো ক্ৰমে কমি আহিব ধৰিলে। তেতিয়া ই প্ৰাকৃতিক নিয়ম অনুসাৰে আগতকৈ বেচি বেগে ঘূৰিবলৈ ধৰিলে। ঘূৰ্ণমান বিৰাট বাষ্পগোলকৰ পদাৰ্থসমষ্টিত কেন্দ্ৰৰ পৰা বাহিৰৰ ফালে কেন্দ্ৰোপসাৰিণী ( centrifugal ) শক্তি এটা উৎপন্ন হল। সেই শক্তি বিষুৱৰেখাৰ ওচৰৰ পদাৰ্থসমষ্টিত বেচি

হল। তেতিয়া বাহিৰৰ ফালে যাব খোজা পদাৰ্থসমূহ ধৰি ৰাখিবলৈ ভিতৰলৈ টনা শক্তি অনুপাতে বেচি নোহোৱা হেতু বাষ্পগোলক যেতেকে আয়তনত কমি আহিবলৈ ধৰিলে, তেতেকে বিষুৱৰেখাৰ ওচৰৰ পদাৰ্থ-সমষ্টি দূৰত ৰৈ আহিবলৈ ধৰিলে। এনেকৈয়ে ভিন ভিন সময়ত ভিন ভিন বাষ্পপিণ্ড বিৰাট গোলকৰ পৰা বিভিন্ন হৈ বৈ গল। এই বাষ্প-পিণ্ডবিলাকো প্ৰাকৃতিক বিধানানুসাৰে নিজ মেৰুদণ্ডৰ চাৰিওফালে ঘূৰি ঘূৰি মাধ্যাকৰ্ষণৰ বলত ওপৰত কোৱা বিৰাট বাষ্পগোলকৰ চাৰিও-ফালে ঘূৰিবলৈ ধৰিলে। এই সৰু সৰু বাষ্পপিণ্ডবিলাকেই কালত তাপ বিকিৰণ কৰি চেঁচা হৈ আমাৰ সুপৰিচিত গ্ৰহ শ্ৰেণীত পৰিণত হৈছে। এই গ্ৰহবিলাকৰ পৰাও আকৌ আগত কোৱা নিয়মে উপগ্ৰহৰ উৎপত্তি হল। এনেকৈয়ে সৌৰ জগতৰ সকলো জ্যোতিষ্কসমূহ উৎপন্ন হল।

ওপৰত যি জ্যোতিষ্কমণ্ডলীৰ কথা কোৱা হল, সেই বিলাক সকলোৰে পিতৃস্থানীয়, সেই বিৰাট বাষ্পগোলকটিয়েই আমাৰ সুপৰি-চিত সূৰ্য্য। আমি জানো যে যি বস্তুত যিমান অধিক পদাৰ্থ, সেই বস্তু তপত হলে চেঁচা হবলৈ সিমান বেচি সময় লাগে। সমান গৰম এবাটি পানী একলহ পানাতকৈ আগেয়ে চেঁচা হৈ যায়। কাজেই প্ৰথমে সমানে গৰম থাকিলেও বুধ ( Mercury ) শুক্ৰ ( Venus) পৃথিবী, মঙ্গল ( Mars ) আদি গ্ৰহ পদাৰ্থ কম থকা হেতু একেবাৰে চেঁচা হৈ গৈছে, অথচ বৃহস্পতি (Jupiter), শনি (Saturn), ইউৰেনাস্, নেপচুন আদি গ্ৰহবিলাক ডাঙৰ কাৰণে এতিয়াও গৰম আছে। ইফালে আকৌ চন্দ্ৰ বৰ সৰু হোৱাবাবে ইয়াৰ আগ্নেয়গিৰিপৰ্য্যন্ত চেঁচা হৈ মৰি গৈছে ; কিন্তু সূৰ্য্য আন আন সকলো গ্ৰহ-উপগ্ৰহবিলাকতকৈ বহুত ডাঙৰ হোৱা কাৰণে ই এতিয়াও অত্যন্ত গৰম আৰু তেজোময়

হৈ আছে আৰু সকলো গ্ৰহ-উপগ্ৰহবিলাকক তাপ আৰু পোহৰ দিব পাৰিছে।

সৌৰজগতৰ সাধাৰণ বিবৰণ ঃ—

ওপৰত যি তেজোময় গোলকপিণ্ডৰ কথা কোৱা হল, সেই সূৰ্য্য আৰু তাৰ আকৰ্ষণৰ অধীনস্থ জ্যোতিষ্কসমূহ—এয়ে সৌৰজগত। সৌৰ-জগতত এতিয়ালৈকে ৫০০ শৰো বেচি গ্ৰহৰ আবিষ্কাৰ হৈছে। ইয়াৰ ভিতৰত বুধ, শুক্ৰ, পৃথিৱী, মঙ্গল, বৃহস্পতি, শনি, ইউৰেণাস আৰু নেপচুন এই আঠোটাই প্ৰধান। বাকী গ্ৰহবিলাক তেনেই সৰু সৰু, কেত বিলাকৰ ব্যাস ২০ মাইলত কৈও কম। মঙ্গল আৰু বৃহস্পতিৰ কক্ষৰ মাজত ইহঁতৰ কক্ষবিলাকৰ অৱস্থিতি। বুধ, শুক্ৰ, পৃথিৱী, মঙ্গল, বৃহস্পতি আৰু শনি এই ছটা গ্ৰহ অতি পুৰণি কালৰে পৰা জনাজাত। ইউৰেনাস-নেপচুন আৰু মঙ্গল-বৃহস্পতিৰ মাজৰ সৰু সৰু গ্ৰহবিলাক বৰ্ত্তমান যুগৰ কীৰ্ত্তি। ১৭৮১ খৃষ্টাব্দত যেতিয়া চাৰ উইলিয়াম হাৰ্চেলে (Sir William Herschel) দূৰবীক্ষণেৰে আকাশ পৰ্য্যবেক্ষণ কৰিব ধৰিছিল তেতিয়া হঠাৎ এটি ডাঙ্গৰ জ্যোতিষ্কৰ ওপৰত তেওঁৰ চকু পৰিল। তেওঁ পৰীক্ষা কৰি দেখিলে যে ই কোনো নক্ষত্ৰ নহয়, পৃথিৱীৰ নিচিনাকৈ সূৰ্য্যৰে এটি গ্ৰহ মাথোন। হাৰ্চেলৰ দ্বাৰা আবিষ্কৃত এই গ্ৰহটোৰ নামেই ইউৰেণাস।

ইউৰেণাস পৃথিৱীতকৈ ৬৩ গুণে ডাঙ্গৰ। ই সূৰ্য্যৰ পৰা ১৭৮ কোটি মাইল দূৰত থাকি নিজৰ কক্ষত আমাৰ প্ৰায় ৮৪ বছৰত সূৰ্য্যৰ চাৰিওপিনে এবাৰ ঘূৰে।

ইউৰেনাস্ আবিষ্কৃত হোৱাৰ পাছত দেখা গল যে গণনাৰ দ্বাৰা যি কক্ষ পোৱা যায় ই সেই কক্ষৰ পৰা বাহিৰৰ ফালে অলপ দূৰত থাকি সূৰ্য্যৰ চাৰিওফালে ঘূৰে। জ্যোতিৰ্ব্বিদ্ পণ্ডিতসকলে ঠিক

কৰিলে যে, ই নিশ্চয় কোনো অজানিত গ্ৰহৰ দ্বাৰা আকৃষ্ট হৈ তেনে কৰিছে; নহলে নিজৰ কক্ষ এৰি সূৰ্য্যৰ পৰা নিয়মিতকৈ বেচি দূৰত থাকি ঘূৰিবৰ ইয়াৰ একো কাৰণ নাই। সকলোৱে নেজানিব পাৰে, গণিত শাস্ত্ৰই জগতত কি অদ্ভুত অদ্ভুত অথচ অতি আৱশ্যক কামবিলাক সাধাৰণ কৰি দিছে আৰু দিব লাগিছে। যি মহতী শক্তিৰ ওপৰত নিৰ্ভৰ কৰি ব্ৰহ্মাণ্ডৰ শৃঙ্খলাবদ্ধ অৱস্থান, সেই মধ্যাকৰ্ষণ শক্তিৰ নিয়মাবলীও গণিতৰ দ্বাৰাই পৰিগণিত। যি জ্যোতিষশাস্ত্ৰৰ কুশলত আমি আকাশৰ গ্ৰহ নক্ষত্ৰৰ লগত আমাৰ নগণ্য পৃথিবীৰ হীনডেঢ়ি তুলনা কৰি জগতত আমাৰ সমন্ধ থিৰ কৰিব পাৰিছোঁ, সেই জ্যোতিষশাস্ত্ৰৰ সম্যক্ উন্নতি কেৱল মাথোন গণিতৰ অনুগ্ৰহৰ ফল। বস্তুবিজ্ঞানৰ ইমান উন্নতিও গণিতৰ সহায়ৰ কাৰণে হে হব পাৰিছে। ইউৰেণাসৰো গতিৰ বেমেজালিৰ কাৰণ অৱশেষত গণিতেহে সিদ্ধান্ত কৰি দিলে। অজানিত গ্ৰহৰ ওজন, ইয়াৰ গতি আৰু ভ্ৰমণপথ গণনা কৰা গণিতৰ কাৰ্য্য। কাজেই যি অজ্ঞাত গ্ৰহৰ দ্বাৰা আকৃষ্ট হৈ ইউৰেনাসৰ এই বেমেজালি, গণনাৰ দ্বাৰা তাৰ স্থান আৰু ভ্ৰমণপথ বাহিৰ কৰিব পাৰিলেই সকলো গোলমালৰ ওৰ পৰে। কিন্তু যদিওবা এনে কোনো অজ্ঞাত গ্ৰহ থাকেই, তেনেহলেও অধ্যাপক বোদৰ (Bode) সংস্থানৰ বিধান অনুসাৰে ইয়াৰ আনুমানিক দূৰত্ব ৩৮৮ কোটি মাইলৰ কম নহবৰ কথা। এতিয়া ভাবি চাওক সৌৰজগতৰ সুদূৰ প্ৰান্তত থকা এই অদৃশ্য গ্ৰহটোৰ স্থান নিৰ্দ্দেশ কৰা কি ভয়ানক দুৰূহ কাম। কিন্তু ইয়াতো গণিতৰ জয় হল। ফ্ৰান্সদেশৰ অমৰ পণ্ডিত লেবেৰিয়াৰে (Leverrier) গণনাৰ দ্বাৰা এই গ্ৰহটোৰ স্থান নিৰ্দ্দেশ কৰি বাৰ্লিনৰ ডক্তৰ গেলেলৈ (Galle) লিখি পঠিয়ালে যে তেওঁ যেন তেওঁৰ দূৰবীক্ষণাদিৰে সেই অদৃশ্য গ্ৰহটোক নিৰ্দ্দিষ্ট স্থানত অনুসন্ধান কৰে। গেলেই

চিঠি পায়েই কৌতূহলাক্রান্ত হৈ নির্দ্দিষ্ট স্থানত গ্রহৰ অনুসন্ধান আৰম্ভ কৰিলে আৰু অনেক পর্য্যবেক্ষণ আৰু পৰীক্ষাৰ ফলত ১৮৪৫ খ্রীষ্টাব্দত লেবেৰিয়াৰৰ গ্রহ আবিষ্কাৰ কৰি পেলালে। লেবেৰিয়াৰৰ এই গ্রহটোৰ নাম নেপচুন ৰখা হল। কোৱা বাহুল্য যে, সেই একে সময়তে ইংলণ্ডত আডাম্‌চ্ (Adams) নামে পণ্ডিত এজনেও স্বকীয়াভাবে গণনা কৰি সেই গ্রহটোৰ স্থান আৰু গতি নির্দ্দেশ কৰিছিল।

নেপচুন পৃথিবীতকৈ ৬০ গুণে ডাঙ্গৰ আৰু সূর্য্যৰ পৰা ইয়াৰ কক্ষ ৩০০ কোটি মাইল দূৰত অবস্থিত। ই আমাৰ ১৬৪ বছৰত সূর্য্যৰ চাৰিও পিনে এবাৰ ঘূৰে। ইউৰেণাস্ আৰু নেপচুনক এৰিও ৫০০ শ মান সৰু সৰু গ্রহ প্রায় যোৱা ১০০ বছৰৰ ভিতৰতে আবিষ্কৃত হৈছে। এই গ্রহবিলাকৰ আবিষ্কাৰৰ ইতিহাস বৰ কৌতূহলজনক।

বহু পূর্ব্বকালৰে পৰা জ্যোতির্ব্বিদ্ পণ্ডিতসকলৰ মনত মঙ্গল আৰু বৃহস্পতিৰ মাজৰ ব্যৱধান আন আন গ্রহৰ মাজৰ ব্যৱধানৰ তুলনাত বেচি বুলি অনুমিত হৈছিল। গ্রহবিলাকৰ দূৰত্বসম্বন্ধে তেওঁলোকে এটা নিয়ম * উলিয়াইছিল আৰু সকলো গ্রহৰ দূৰত্ব এই নিয়মে পোৱা দূৰত্বৰ লগত প্রায় মিলি যোৱা দেখা গৈছিল। কেবল মঙ্গল আৰু বৃহস্পতিৰ মাজত যি ব্যৱধান সেইটোহে মিলা নাছিল। দুয়োৰে পৰা

* অধ্যাপক বোডে (Bode) গ্রহবিলাকৰ ক্রমিক দূৰত্ব নির্দ্ধাৰণ কৰিবলৈ কৰা নিয়মটো এই—প্রথমে ০,৩,৬,১২,২৪,৪৮,৯৬,১৯২,৩৮৪ ইত্যাদি সংখ্যাবিলাক সজাই লওক। তাৰ পাচত ক্রমান্বয়ে প্রত্যেক সংখ্যাৰ লগত ৪ যোগ কৰক। তেনেহলে তলত লিখা সংখ্যাবিলাক পাব—যেনে—৪,৭,১০,১৬,২৮,৫২,১০০,১৯৬,৩৮৮ ইত্যাদি। এতিয়া যদি সূর্য্যৰ পৰা পৃথিবীৰ যি দূৰত্ব তাক ১০ দি বুজোৱা যায়, তেনেহলে অন্যান্য সংখ্যাবিলাকে সূর্য্যৰ পৰা অন্যান্য গ্রহবিলাকৰ ক্রমিক দূৰত্বৰ অনুপাত বুজাব। যেনে—

| বুধ | শুক্র | পৃথিবী | মঙ্গল | | বৃহস্পতি | শনি | ইউৰেনাস্ | নেপচুন |
|---|---|---|---|---|---|---|---|---|
| ৪ | ৭ | ১০ | ১৬ | ২৮ | ৫২ | ১০০ | ১৯৬ | ৩৮৮ |

সমান দূৰত ইহঁতৰ মাজত যদি আৰু এটা গ্ৰহ থাকে তেনেহলে আগত কোৱা নিয়মমতে সকলো গ্ৰহৰে দূৰত্ব মিলি যায়। এই অনুমানৰ ওপৰত নিৰ্ভৰ কৰি সুপ্ৰসিদ্ধ জ্যোতিৰ্ব্বিদ্ পণ্ডিত কেপ্‌লাৰে (Kepler) ভবিষ্যদ্বাণী কৰিলে যে, মঙ্গল আৰু বৃহস্পতিৰ মাজত এটি গ্ৰহ আছে। কালত ই জ্যোতিষীসকলৰ চকুত পৰিব। কেপ্‌লাৰৰ এই ভবিষ্যদ্বাণী বহুত দিনলৈ প্ৰমাণিত নোহোৱাকৈ আছিল। পাছত যেতিয়া ইউ-ৰেণাস্ আবিষ্কৃত হল তেতিয়া দেখা গল যে, ই আগৰ কোৱা নিয়মমতে ইয়াৰ থাকিব লগা দূৰতে আছে। কেপ্‌লাৰৰ কথাৰ ওপৰত পণ্ডিতসকলৰ তেতিয়া দৃঢ়বিশ্বাস হল। তেওঁলোকে সংকল্প কৰিলে যে কেপ্‌লাৰকথিত এই অদৃশ্য গ্ৰহটো আবিষ্কাৰ নকৰিলে নহয়। অবশেষত ইটালীয় জ্যোতিৰ্ব্বিদ্ পণ্ডিত "পিয়েজি"য়ে (Piazzi) ১৮০১ খৃষ্টাব্দত এই অজ্ঞাত গ্ৰহটো আবিষ্কাৰ কৰিলে। পণ্ডিতসকলে এই গ্ৰহটোৰ নাম Ceres ৰাখিলে। Ceres আবিষ্কাৰ হোৱাৰ তিনি বছৰৰ ভিতৰত (১৮০১—১৮০৪) আৰু তিনটা গ্ৰহ মঙ্গল আৰু বৃহস্পতিৰ মাজতে আবিষ্কৃত হল। তাৰ পাচত ১৮৪৫ খৃষ্টাব্দৰ পৰা প্ৰায় প্ৰতি বছৰেই দুটা এটাকৈ গ্ৰহ মঙ্গল আৰু বৃহস্পতিৰ মাজত আবিষ্কৃত হৈ আছে। এই গ্ৰহবিলাকৰ কক্ষ সূৰ্য্যৰ পৰা ২২ কোটিৰ পৰা ৪০ কোটি মাইলৰ ভিতৰত অৱস্থিত। পণ্ডিতসকলে অনুমান কৰে যে এই অসংখ্য সৰু সৰু গ্ৰহবিলাক কোনো বিৰাট গ্ৰহ অজানিত কাৰণত ভাগিছিগি যোৱাত উৎপন্ন হৈছে।

সূৰ্য্যৰ নিচেই ওচৰত বুধ গ্ৰহ সূৰ্য্যৰ চাৰিওকাষে ঘূৰিব লাগিছে। বুধৰ পাছতে শুক্ৰ গ্ৰহ সূৰ্য্যৰ পৰা ৬,৭৩,০০,০০০ মাইল দূৰত থাকি সূৰ্য্যৰ চাৰিও ফালে ঘূৰিব লাগিছে। ই পুৰ্ব্বতী তৰা আৰু শুক-তৰাৰূপে কেতিয়াবা পুৱাৰাতি পূবত আৰু কেতিয়াবা সন্ধ্যাসময়ত

পশ্চিম আকাশত দেখা দিয়ে। শুক্ৰৰ নিজৰ পোহৰ নেথাবিলেও সূৰ্য্যৰ পোহৰতে ইয়াক বৰ উজ্জ্বল দেখি। ই পৃথিবীৰ প্ৰায় ৯/১০ ভাগ। সূৰ্য্যৰ চাৰিওপিনে ঘূৰোতে ইয়াৰ ২২৫ দিন লাগে। শুক্ৰৰ ওপৰ ভাগৰ প্ৰাকৃতিক অবস্থাৰ বিষয়ে জ্যোতিৰ্ব্বিদ্ পণ্ডিতসকলে এতিয়ালৈকে বিশেষ জানিব পৰা নাই।

শুক্ৰৰ পাছত পৃথিবী। বুধ, শুক্ৰৰ নিচিনাকৈ ইও এটা গ্ৰহ। নিজ কক্ষত মিনিটত ১০৮০ মাইল বেগে ই সূৰ্য্যৰ চাৰিওফালে ঘূৰিব লাগিছে। পৃথিবীৰ সমান পানীৰ গোলক এটাতকৈ ইয়াৰ ওজন ৫ ১/২ গুণ বেছি। পণ্ডিতসকলে পৃথিবীৰ ওজনো গণনা কৰি উলিয়াইছে। ই প্ৰায় ২৮৯১০৩ × ১০১৮ মোণ ভাৰী। পৃথিবীৰ নিজৰ পোহৰ নাই। সূৰ্য্যৰ পৰা ই পোহৰ আৰু তাপ পায়। আগেয়ে কোৱা হৈছে যে উত্তপ্ত বাষ্পপিণ্ডৰ পৰা পৃথিবীৰ উৎপত্তি হৈছে। এই উত্তপ্ত বাষ্পপিণ্ডৰ তাপ বিকিৰণ কৰোঁতে কৰোতে ওপৰ ভাগ চেচা হৈ গোট মাৰিছে আৰু প্ৰাণীৰ বাসোপযোগী হৈছে। কিন্তু পৃথিবীৰ অভ্যন্তৰ ভাগ এতিয়াও ভয়ানক গৰম আছে বুলি বেছি ভাগ পণ্ডিতেই কয়। তেওঁলোকৰ মতে পৃথিবীৰ ৩০ মাইল তলতে ইমান গৰম যে সোণ ৰূপ আদি ধাতুবিলাকো মিনিটৰ ভিতৰত গলি যায়। পৃথিবীৰ গোটেই ভিতৰৰ ভাগ এতিয়াও দ্ৰৱ অবস্থাত আছে বুলি অনেক পণ্ডিতৰে বিশ্বাস।

পৃথিবীৰ পাছতে (Mars) মঙ্গল। ইয়াৰ কক্ষ সূৰ্য্যৰ পৰা ১৪,১৭,-০০,০০০ মাইল দূৰত অৱস্থিত। সূৰ্য্যৰ চাৰিওপিনে ঘূৰিবলৈ ইয়াৰ ৬৮৭ দিন লাগে। অন্যান্য গ্ৰহৰ তুলনাত মঙ্গল পৃথিবীৰ ওচৰত থকা হেতু জ্যোতিৰ্ব্বিদ্ পণ্ডিতসকলে ইয়াৰ ওপৰ ভাগৰ প্ৰাকৃতিক অৱস্থাৰ বিষয়ে বহুত জানিব পাৰিছে। ই পৃথিবীৰ প্ৰায় ৯ ভাগৰ এভাগ।

ৰীক্ষাৰ দ্বাৰা ইয়াৰ ঋতু আৰু বায়মণ্ডলৰ পৰিবৰ্ত্তনৰ নিচিনা দেখা হৈছে। আগেয়ে কোৱা হৈছে যে, যি বস্তু যিমান ডাঙ্গৰ, তপত থাকিলে চেচা হবলৈ তাৰ সিমান বেচি সময় লাগে। মঙ্গল পৃথিবীতকৈ সৰু; কাজেই পৃথিবী এতিয়া যিমান চেচা হৈছে মঙ্গল তাতকৈ বেচি চেঁচা হবৰ কথা। ইকালে দেখা গৈছে যে মঙ্গলত পৃথিবীৰ যাবতীয় প্ৰাকৃতিক পৰিবৰ্ত্তন হয়। এইবিলাকৰ কাৰণৰ পৰা মঙ্গলত জীৱৰ বসতি আছে বুলি পণ্ডিতসকলে অনুমান কৰে। এনে অনুমানৰ আৰু এটি কাৰণ আছে। দূৰবীক্ষণৰ দ্বাৰা মঙ্গলৰ পিঠিত কিছুমান ক'লা ক'লা দাগ দেখা গৈছে, এই দাগবিলাক ৪।৫ শ মাইল দীঘল আৰু ৬০।৭০ মাইলৰো বেচি বহল। কিন্তু এই দাগবিলাক এনে সুন্দৰভাবে শাৰীশাৰীকৈ সজোৱা আছে যে দেখিলেই মানুহতকৈও বেচি বুদ্ধিমান আৰু পৰাক্ৰমী প্ৰাণীৰ কাম বুলি বোধ হয়। পৃথিবীত পানী ৩ গুণ আৰু মাটি ১ গুণ। পণ্ডিতসকলে অনুমান কৰে যে, মঙ্গলত পানী কম থকা হেতু তাৰ অধিবাসীবিলাকে ডাঙ্গৰ ডাঙ্গৰ খাল কাটি পানীৰ কষ্ট গুচাইছে। এই খালবিলাকেই ওপৰত কোৱা ক'লা দাগ।

মঙ্গল বা বুধত বা আন কোনো কোনো গ্ৰহচক্ৰ বা নক্ষত্ৰত প্ৰাণী থাকে বুলি কোৱাত প্ৰথমতে কোনো কোনোৱে হাঁহিব পাৰে। কিন্তু যিবিলাক কাৰণৰ পৰা এনেকুৱা কল্পনাৰ অবতাৰণা হৈছে সেইবিলাক ভালকৈ গমি চালেই সকলো কথা সহজ। যিবিলাক জ্যোতিষ্ক দেখা যায় প্ৰায় সেই সকলোবিলাকেই আমাৰ পৃথিবীৰ নিচিনা ঘূৰণীয়া। জ্যোতিষ্ক বিলাকৰ কিছুমানৰ নিজৰে পোহৰ নাই। পৃথিবীৰ নিচিনাকৈ যিবিলাকৰ নিজৰ পোহৰ নাই সেইবিলাকৰ সংখ্যাও অনেক। কাজেই আকৃতিগত হিচাবে পৃথিবীক কোনো বিশেষ স্থান দিব নোৱাৰি। তাৰ পিছত এইটোও জনা গৈছে যে, অন্যান্য নক্ষত্ৰৰাশিৰ কাল্পনিক গ্ৰহ উপগ্ৰহ-

সমষ্টি বাদ দিলেও সূৰ্য্যৰ গ্ৰহসমষ্ট একেই নিয়মে একেই পদাৰ্থৰ পৰা উৎপন্ন হৈছে। কাজেই হয়তো পৃথিবীৰ একো বিশেষত্ব নাই। আয়তনৰ হিচাবেও পৃথিবীক অন্যান্য গ্ৰহ উপগ্ৰহৰ পৰা অকলে বাচি উলিয়াব নোৱাৰি। পৃথিবীতকৈ ডাঙৰ গ্ৰহও আছে আৰু সৰুও আছে আৰু কেতবিলাক ইয়াৰ প্ৰায় সমানো দেখা গৈছে। গতিকে প্ৰকৃতিগত হিচাবে চালে কব নোৱাৰি যে কেৱল পৃথিবীত হে প্ৰাণী আছে, আন আন গ্ৰহ নক্ষত্ৰত প্ৰাণী নাই বা থাকিব নোৱাৰে। কোনোৱে হয়তো কব পাৰে যে কেতবিলাক গ্ৰহ ইমান গৰম যে তাত প্ৰাণী থকা কোনো মতেই সম্ভৱ বুলি কব নোৱাৰি। কিছুমান গ্ৰহ এনেকুৱা যে তাত বায়ুমণ্ডলেই নাই কাজেই সেইবিলাকত প্ৰাণী আছে বুলি বিশ্বাস নহয়। এই দুই কথাৰ উত্তৰত কব লগা বহুত আছে। পৃথিবীৰ প্ৰাকৃতিক অৱস্থাৰ লগত নিমিলিলেই যে কোনো গ্ৰহ প্ৰাণীবাসৰ অনুপযোগী তাক কোনোমতে কব নোৱাৰি। লাপ্লাণ্ড আবিস্কৃত হোৱাৰ আগেয়ে কোনোবাই ভাবিছিলনে যে সদায় বৰফৰ দ্বাৰা আবৃত ঠাইতো মানুহ থাকিব পাৰে? মানুহে আগেয়ে ভাবিছিল যে সাগৰৰ তলিত প্ৰাণী থাকিব নোৱাৰে। সাগৰৰ তলিত ঘোপ মৰা আন্ধাৰ আৰু পানীৰ হেচা ( Pressure ) তাত ইমান বেচি যে বন্দুকৰ গুলিৰে ফুটাব নোৱৰা গড়ৰ ছালো তাৰ আধা হেচাতে ফাটি যায়। কাজেই য'ত পোহৰ নাই আৰু ওপৰৰ হেচা ইমান বেচি তাত কোনো ৰকমেই প্ৰাণী থাকিব নোৱাৰে। কিন্তু এই অনুমান এতিয়া ভুল বুলি প্ৰমাণ হৈছে। কৌতুহলাক্ৰান্ত মানুহে জল পেলাই সাগৰৰ তলিৰ পৰাও প্ৰাণী ধৰি আনিছে। এইবিলাক প্ৰাণী এনেকুৱা যে ইহঁতৰ নিজৰ গাতে পোহৰ আছে ( Phosphorescent ) আৰু ইহঁত সামান্য স্পৰ্শতে মৰি যায়। অম্লজান ( oxygen ) নহলে প্ৰাণী বাচিব নোৱাৰে

বুলি আমাৰ বিশ্বাস কিন্তু এনিৰোবিয়া (anarobia) নামে প্রাণী দেখা গৈছে, ইহঁত অম্লজান নোহোৱাকৈ জীব পাৰে। বৰ আশ্চৰ্য্যৰ কথা যে অম্লজানত সিহঁতৰ মৃত্যু হয়। বদ নহলে কোনো প্রাণী বাচিব নোৱাৰে কিন্তু কেচুবদত বেচি সময় থাকিব নোৱাৰে, মৰি যায়। এইবিলাক কাৰণৰ পৰাই আমি ভাবিব নোৱাৰো যে প্রাকৃতিক অবস্থা বিভিন্ন হলেও সেই বিভিন্ন অবস্থাৰ উপযোগী প্রাণী গ্রহ উপগ্ৰহবিলাকত থকা অসম্ভব নহয়।

মঙ্গল আৰু বৃহস্পতিৰ মাজৰ সৰু সৰু গ্ৰহসমষ্টিৰ কথা আগেয়ে অলপ কোৱা হৈছে।

তাৰ পাছতে বৃহস্পতি। সূৰ্য্যৰ সকলো গ্ৰহতকৈ ডাঙ্গৰ, ই পৃথিবীতকৈ প্রায় ১৩০০ গুণে ডাঙ্গৰ। সূৰ্য্যৰ পৰা ৪৮,৫০,০০,০০০ মাইল দূৰত থাকি আমাৰ প্রায় ১২ বছৰত বৃহস্পতিয়ে সূৰ্য্যৰ চাৰিও পিনে এবাৰ ঘূৰে। বৃহস্পতিৰ ওপৰ ভূভাগৰ অৱস্থা প্রায় পৰিবৰ্ত্তন হৈ থকা দেখা যায়। বৃহস্পতি বৰ ডাঙ্গৰ গ্ৰহ—গতিকে ই এতিয়াও গৰম থাকিবৰ কথা। দূৰবীক্ষণেদি ইয়াৰ পিঠিত সদায় বতাহ বৰষুণ* ধুমুহা আদি হৈ থকা দেখা গৈছে। কেতিয়াবা কেতিয়াবা ধুমুহা ইমান প্রবল হয় যে পৃথিবীৰ কোনো ধুমুহা তাৰ লগত তুলনা হব নোৱাৰে। ধুমুহাৰ সময়ত বতাহৰ বেগ ঘণ্টাত ২০০।৩০০ মাইলৰো বেচি হয় আৰু তেনেকুৱা ধুমুহা কেতিয়াবা কেতিয়াবা দুই তিনি মাহ থাকে। বৃহস্পতিৰ ওপৰত সদায় ক'লা ক'লা মেঘমালা দেখা যায়, এই মেঘবিলাক অলপ চেঁচা হৈ তললৈ পৰিব পাওঁতে নাপাওঁতেই বৃহস্পতিৰ সাৰ তাপৰ কাৰণে আকৌ বাষ্প হৈ আকাশলৈ উঠে।

---

* যেনেকৈ পৃথিবীৰ বায়ুমণ্ডলত পানীয় বাষ্প কোনো কাৰণে চেচাঁ হলে বৰষুণ হৈ তললৈ পৰে তেনেকৈ কোনো গ্ৰহত বিশেষকৈ সূৰ্য্যত সেই দৰে ধাতুৰ বাষ্প চেচাঁ হলে দ্রব হৈ বৰষুণ আদি ৰূপে সেই সেই গ্ৰহৰ বা সূৰ্য্যৰ ওপৰত পৰে বুলি জনা গৈছে।

বৃহস্পতিৰ পাছত শনি গ্ৰহটো বৰ আচৰিত গ্ৰহ। এসময়ত শনিৰ নামত সকলো দেশৰ সকলো মানুহেই থৰ থৰি কম্পমান হৈছিল। আমাৰ দেশৰ বহুত মানুহে এতিয়াও শনিক সকলো অমঙ্গলৰ কাৰণ বুলি ভাবে। পঞ্জিকাত শনি ৰজা, মন্ত্ৰী, জলৰ অধীশ্বৰ বা শস্যাধিপতি হোৱা কথা শুনিলে এতিয়াও বহুতৰ মনত ভয়ৰ সঞ্চাৰ হয়। কিন্তু এনেকুৱা ভয়ৰ যে একো কাৰণ নাই তাক কোৱাই বাহুল্য। বৰং আকৃতিগত সৌন্দৰ্য্যত শনি সূৰ্য্যৰ সকলো গ্ৰহতকৈ শ্ৰেষ্ঠ। শনিৰ বিষুবৰেখাৰ সমতলত তাৰ চাৰিওফালে কেন্দ্ৰৰ পৰা প্ৰায় ১৩,০০ মাইল দূৰত এটি বৰ বহল (৬২১৬৩ মাইল) আঙঠি আছে (Ring)। এই আঙঠিটো তিনি ভাগে বিভক্ত আৰু প্ৰত্যেক ভাগেই একোটি সৰু সৰু আঙঠি। এই আঙঠি তিনটি নিজ নিজ স্থানত নিজৰে নিজৰে নিৰ্দ্দিষ্ট সময়ত শনিৰ চাৰিও ফালে ঘূৰিব লাগিছে। সকলোৱে নাজানিব পাৰে যে পৃথিবীৰ নিচিনা আন আন গ্ৰহতো উপগ্ৰহ বা চন্দ্ৰ আছে। পৃথিবীৰ চন্দ্ৰ এটা মাথোন। কিন্তু মঙ্গলৰ চন্দ্ৰ দুটা, বৃহস্পতিৰ ৫টা, ইউৰেনাসৰ ৪টা, নেপচুনৰ এটা আৰু শনিৰ ৯টা। কাজেই ওপৰত কোৱা আঙঠি তিনটাৰ লগত এই ৯টা চন্দ্ৰ লৈ শনিৰ সৌন্দৰ্য্য যে কেনে বিচিত্ৰ হব পাৰে তাক ভাবিবই নোৱাৰি। পূৰ্ণিমাৰ ৰাতি আমি আমাৰ এটি মাথোন চন্দ্ৰ লৈ কিমান সুখ অনুভৱ কৰো। কিন্তু শনিত কোনো প্ৰাণী থকা হলে ৰামধেনুৰ নিচিনা আকাশত ইমূৰৰপৰা সিমূৰলৈ আগুৰি থকা উজ্জ্বল আঙঠিৰ লগত ২টা নাইবা ৩টা চন্দ্ৰৰো পূৰ্ণকলা দেখিলে তেওঁলোকৰ মনত এক অপূৰ্ব্ব আনন্দ উদয় নহৈ থাকিব নোৱাৰিলে হেঁতেন। শনিৰ পাছত ইউৰেনাস আৰু ইউৰেনাসৰ পাছত নেপচুন সৌৰজগতৰ শেষ সীমাত থাকি সূৰ্য্যৰ চাৰিওফালে ঘূৰিব লাগিছে।

সৌৰজগতত গ্ৰহ উপগ্ৰহবিলাক এৰিও ভালেমান আনআন

শ্ৰেণীৰ জ্যোতিষ্ক আছে। সেই বিলাকক সাধাৰণতঃ ধূমকেতু, উল্কা আদি নামে জনা যায়।

এতিয়া সূৰ্য্যৰ বিষয়ে দুই চাৰি আষাৰ কথা কোৱা হব। সূৰ্য্য যে আমাৰ বৰ উপকাৰী তাক নকলেও হয়। সূৰ্য্যৰ তাপ আৰু পোহৰ লৈয়েই মানুহৰ জীৱন। সূৰ্য্যৰ বলতে সুন্দৰ নদ নদীৰ কুশলত পৃথিবী শস্যশালিনী। শ্যামল গছ লতাবিলাকক সূৰ্য্যৰ পোহৰে আৰু তাপেই আহাৰ যোগাইছে; আৰু সূৰ্য্যৰ পোহৰৰ কাৰণেহে তাৰ গৃহৰাশিৰো আবিষ্কাৰ সম্ভৱ হৈছে। এনেকুৱা উপকাৰী সূৰ্য্যৰপৰা আমি ৯,৩০,০০,০০০ মাইল দূৰত আছোঁ। কিন্তু বছৰৰ সকলো সময়তে এই দূৰত্ব সমানে নাথাকে। আপোনালোকে ভাবিব পাৰে যে শীতকালত সূৰ্য্য দূৰলৈ যায় আৰু গৰমত ওচৰলৈ আহে। কিন্তু আচলতে এইটো নহয়, পৃথিবীৰ দূৰলৈ যোৱা বা ওচৰলৈ অহাৰ লগত শীতকাল বা গৰম কালৰ বিশেষ একো সম্বন্ধ নাই। তেন্তে কিয় যে শীতকাল বা গৰম কাল হয় তাৰ অৰ্থ এই,—পৃথিবীৰ যি অংশত শীতকাল হয় সেই অংশ শীতকালত এনেভাৱে থাকে যে সূৰ্য্যৰ ৰশ্মি তাত বেঁকা ভাবে পৰে। শীতকালত দিনো চুটি হয়। কাজেই সূৰ্য্যই কম সময়হে পৃথিবীৰ ওপৰত পোহৰ আৰু তাপ দিব পাৰে, অথচ গৰমকালি সূৰ্য্যৰ ৰশ্মি পৃথিবীৰ ওপৰত লম্বভাৱে পৰে আৰু দিন দীঘল হোৱা কাৰণে পৃথিবীয়ে সূৰ্য্যৰ পৰা বেচি সময় তাপ আৰু পোহৰ পায়। এই দুই কাৰণেই যাইকৈ পৃথিবীত শীতকাল আৰু গৰমকাল হয়। সূৰ্য্যৰ ব্যাস পৃথিবীৰ ব্যাসৰ প্ৰায় ১০৮ গুণ আৰু ই পৃথিবীতকৈ ১৩ লক্ষ গুণে ডাঙৰ আৰু ৩ লক্ষ গুণে ভাৰী। পৃথিবীক সূৰ্য্যৰ কেন্দ্ৰত ৰাখি এখনৰ পিঠিত এখনকৈ ১০৮ খন পৃথিবী একে শাৰীত সাজালেহে দুয়োপিনে সূৰ্য্যৰ পিঠি পোৱা যাব পাৰে। এনেকুৱা ভীমকায় সূৰ্য্যও এসময়ত পৃথিবীৰ চাৰিও

পিনে ২৮ ঘণ্টাতে ঘূৰে বুলি ভবা হৈছিল। অৱশ্যে ডাঙ্গৰ হলেই যে স্থিৰ থাকিব লাগে আৰু সৰু হলেই ঘূৰিব লাগে তাৰ কোনো অৰ্থ নাই। সেই দেখি জ্যোতিৰ্ব্বিদ্ পণ্ডিতসকলেও ডাঙ্গৰ সৰু বিবেচনা কৰি পৃথিবী সূৰ্য্যৰ চাৰিওফালে ঘূৰে বুলি ধৰি লোৱা নাই। তেওঁলোকৰ আন আন কাৰণৰ ভিতৰত এটি কাৰণ এই:—পৃথিবীক যদি স্থিৰ বুলি ধৰা যায় তেন্তে আকাশৰ অনন্ত জ্যোতিষ্কৰাশিৰ সকলোৱেই চাৰিও ফালে ২৪ ঘণ্টাৰ ভিতৰত ঘূৰিব লগা হয়; তেতিয়া সূৰ্য্য পৃথিবীৰ পৰা ৯৩০ লক্ষ মাইল দূৰত থকা বাবে চেকেণ্ডত ৬২০০ মাইল বেগে ঘূৰিব লগা হয়। বৃহস্পতিৰ বেগ তেতিয়া চেকেণ্ডত ৩২,৯০০ মাইল হব লগাত পৰে। নেপচুনে চেকেণ্ডত ১৯৮ মাইল বেগে ঘূৰিব লগা হয়। আৰু সকলোতকৈ ওচৰত থকা তৰাটোও চেকেণ্ডত ১৮২,৩৪,২০,০০০ মাইল বেগে ঘূৰিব লগাত পৰে। এতিয়া যিবিলাক তৰা এই তৰাটোতকৈ লক্ষ লক্ষগুণে আঁতৰত আছে সিবিলাকৰ কথা এৰি দিলেও ওপৰৰ কথা কেইটাৰ পৰাই সহজে অনুমান কৰিব পাৰি যে পৃথিবীক কেন্দ্ৰ কৰি পৃথিবীতকৈ লক্ষ লক্ষগুণে ডাঙ্গৰ জ্যোতিৰ্ষ্কবিলাক আকাশত একেবাৰেই অভাবনীয় গতিত ভ্ৰমণ কৰা সিদ্ধান্ত কোনো প্ৰকাৰেই যুক্তিযুক্ত হব নোৱাৰে, অথচ সূৰ্য্যকেই কেন্দ্ৰ কৰি পৃথিবী যদি সূৰ্য্যৰ চাৰিওফালে ঘূৰে বুলি ধৰোঁ তেনেহলে আমাৰ জনাজাত যাবতীয় ঘটনাৰ অতি সহজেই আমি ব্যাখ্যা কৰিব পাৰোঁ। এই কাৰণেই পণ্ডিত্য সকলে পৃথিবীক সূৰ্য্যৰ চাৰিওফালে ঘূৰে বুলি ধৰিছে।

সূৰ্য্য এটা অদ্ভুত পদাৰ্থ। সূৰ্য্যৰ গাৰ তাপ ইমান বেচি যে জোখমখা যন্ত্ৰেৰে ইয়াৰ তাপমাত্ৰা ১৪০০০ ডিগ্ৰিৰো ওপৰ বুলি পণ্ডিতসকলে থিৰ কৰিছে, এই তাপৰ কাৰণেই সূৰ্য্যৰ পিঠিত সদায় ধুমুহা আদি হব ধৰিছে, আৰু এই ধুমুহা আদিৰ কাৰণে সূৰ্য্যৰ ওপৰ ভাগ সদায় পৰিবৰ্তন হৈ

থকা দেখা যায়। মাজে মাজে সূৰ্য্যৰ পিঠিত কলা কলা দাগ (sun's spot) দেখা যায়। এই দাগবিলাকৰ আয়তন পৃথিবীৰ তুলনাত অনেক ডাঙ্গৰ। চাৰ উইলিয়ম হার্চেলে এসময়ত এটা এনে দাগ দেখিছিল যাৰ ব্যাস আছিল ৫০,০০০ মাইল অৰ্থাৎ আয়তনত ই ২৪০ খন পৃথিবীৰ সমান আছিল। সূৰ্য্যৰ পিঠিত মাজে মাজে প্ৰকাণ্ড প্ৰকাণ্ড অগ্নিকাণ্ড হোৱা দেখা যায়। অগ্নিকাণ্ডত উৎপন্ন হোৱা অগ্নিশিখাবিলাক (Solar prominences) কেতিয়াবা কেতিয়াবা অনেক ওপৰলৈ উঠে। অধ্যাপক ইয়ং চাহাবে প্ৰিঞ্চটনত (Princeton) এনেকুৱা এটি অগ্নিশিখা (Prominence) দেখিছিল। প্ৰথমেই ৪০০০৯ মাইল ওখ আছিল, তাৰ পাচত দেখোঁতে দেখোঁতে অতি অলপ সময়ৰ ভিতৰত ইয়াৰ উচ্চতা ৩৫০,০০ মাইল হৈছিল। আৰু তাৰ পাচত ক্ৰমান্বয়ে কমি কমি প্ৰথমে দেখাৰ পৰা মুঠতে ছঘণ্টাৰ ভিতৰতে ই নোহোৱা হৈছিল।

সূৰ্য্যৰ কলা দাগ বা সৌৰশিখা যে কি এই বিষয়ে কবলৈ গলে কথা আৰু বহল হয়। সেই দেখি এই খিনিতে সামৰণি মৰা হ'ল।



# ৰাধাৰুক্মিণী।

পুৰণি কালত ভাৰতবৰ্ষৰ তিৰোতাসমাজ বীৰত্বৰ আদৰ্শেৰে গঠিত আছিল। কি শাৰীৰিক বলত বোলা, কি মানসিক বুদ্ধিবৃত্তিত বোলা সকলো বিষয়তে তেওঁবিলাকে নিজৰ অসাধাৰণ প্ৰতিভাৰ চিন দেখুৱাই গৈছে। কোনোৱে মন্ত্ৰী ৰূপে ৰাজকাৰ্য্যত পতিক পৰামৰ্শ দিছিল; কোনোৱে যুদ্ধৰ সাজ পিন্ধি পতিৰ কাষত থিয় হৈ শত্ৰুৰ লগত ৰণ কৰিছিল; কোনোৱে অভিভাৱিকাৰূপে সিংহাসনত উঠি ৰাজ্য শাসন কৰিছিল; কোনোৱে আকৌ পতিৰ হস্তে নিজৰ জীৱনকো বলি দিছিল। দময়ন্তী, সীতা, সাবিত্ৰী, গাৰ্গী, তাৰাবাই, চাঁদবিবি, অহল্যাবাই প্ৰভৃতি ইয়াৰ জ্বলন্ত উদাহৰণ। চিতোৰৰ ৰাণী আৰু তেওঁৰ লগৰীয়া স্ত্ৰীসেনাবিলাকৰ বীৰত্বকাহিনী শুনিলে শৰীৰ ৰোমাঞ্চিত হয়। এই বীৰ-ভূমি ভাৰতৰ এচুকত পৰি থকা আমাৰ এই অসমো একালত আছিল অনেক বীৰ নাৰী আৰু সতীৰ জন্মস্থান। এই নিছলা অসমতে জন্ম লৈ অশেষ লাঞ্ছনা আৰু যন্ত্ৰণা সহি পতিৰ অৰ্থে প্ৰাণ উৎসৰ্গ কৰা মহাসতী জয়মতীৰ নিচিনা তিৰোতাৰ সংখ্যা জগতত কিমান? ৰজাৰ অবিহনে সিংহাসনত বহি নিৰ্ব্বিবাদে ৰাজ-কাৰ্য্য চলোৱা ৰাণী ফুলেশ্বৰী, মদাম্বিকা আৰু সৰ্ব্বা; পতিবৈৰীৰ প্ৰতিশোধ লবলৈ গৈ শত্ৰুৰ লগত যুজি প্ৰাণ এৰা বীৰজায়া মুলাৰ নিচিনা তিৰোতাই জন্ম গ্ৰহণ কৰিছিল এই দুখুনী অসমতে। এই অসমৰে এক সামান্য মৰাণৰ ঘৰত উপজি, অষ্টাদশ শতাব্দীত আৰু এগৰাকী তিৰোতাই বীৰৰ বেশেৰে যুদ্ধক্ষেত্ৰত উপস্থিত হৈ নিজৰ অসা-

ধাৰণ ৰণ কৌশলেৰে শত্ৰুৰ চকুত চমক লগাইছিল ;—তেওঁৰ নাম ৰাধা-ৰুক্মিণী। এওঁ অবলা তিৰোতা হৈও কিয় পুৰুষৰ অসাধ্য সাধিব লগাত পৰিছিল, তাকে সংক্ষেপে আঁকি দেখুৱাই এই প্ৰবন্ধৰ উদ্দেশ্য।

আগৰ দিনত মৰাণহঁতৰ কাম আছিল ৰজা ঘৰত খৰি যোগোৱা। চৰাৰ বৰবৰুৱা বা আন এজন ডাঙ্গৰ বিষয়াই সেই খৰিৰ আৰু খৰিভাৰী মৰাণহঁতৰ হিচাব ৰাখিছিল। স্বৰ্গদেৱ লক্ষ্মীসিংহৰ দিনত এই কাৰ্য্যৰ ভাৰ পৰিছিল কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ গাত। খৰিযোগনীয়া বহুতে নিতৌ ৰজা-ঘৰত খৰিৰ ভাৰ পেলাই বৰবৰুৱাক দেখা কৰি যাব লাগে। বৰ-বৰুৱাই নিজৰ চৰাত বহি এটা এটাকৈ সিহঁতৰ হিচাব আৰু সেৱা লৈ থাকে।

খৰিভাৰীবোৰৰ মাজত ৰাঘৱ নামেৰে এটা বৰ শকতআবত আৰু বলী মৰাণৰ ডেকা আছিল। এদিনাখন কিবাস্বৰূপে তাৰ ৰজা ঘৰত খৰি যোগোৱা পলম হল। বাজভঁৰালত খৰি দি সি যেতিয়া বৰ-বৰুৱাক দেখা কৰিবৰৈল যায় তেতিয়া বৰবৰুৱা চৰাত নাছিল, সময় অতীত হোৱাত বৰবৰুৱা গা-পা ধুই ভিতৰত মেলত বহিছিল। ৰাঘৱে ডাঙ্গৰীয়াক লগ নাপাই পুতেকৰ আগতে কৈ আহিল,—"বোপাদেউতা, ডাঙ্গৰীয়া দেউতাক কব, বন্দীয়ে খৰি দিলোঁহি।" ইয়াকে কৈ ৰাঘৱ বেগাবেগিকৈ ঘৰমুৱা হল।

অলপ পাচতে বৰবৰুৱা মেলৰ পৰা উঠি আহি আকৌ চৰাত বহিল। পুতেকে ৰাঘৱে কৈ যোৱা কথা দেউতাকক জনালে। পুতেকৰ সেই কথা শুনি ডাঙ্গৰীয়া খঙত জলি উঠিল। "ৰাঘৱে আজি খৰিও দিছেহি বেলিকৈ, অথচ সি মোক দেখা নকৰাকৈ গুচি যায়। তাৰ ইমান সাহ! তুৰন্তে তাক ধৰি আন।" এই বুলি ৰাঘৱক ধৰি আনিবলৈ ডাঙ্গৰীয়াই ততালিকে দুটা টেকেলা পাচিলে। টেকেলাহঁতে লৰি গৈ আদ-বাটৰ

পৰা ৰাঘৱক ধৰি আনি ডাঙ্গৰীয়াৰ আগত হাজিৰ কৰিলে। বৰবৰুৱাই খঙ্গৰ ভমকত আগ-পাচ নুগুণি চাওদাঙ্গৰ হতুৱাই ৰাঘৱৰ পিঠিত দুটা চমটাৰ কোব মৰাই, “লঘু পাপত গুৰু শাস্তি” দিলে। বেচেৰা ৰাঘৱে চমটাৰ কোব খাই দুখে-বেজাৰে ৰাজ-নগৰ এৰি ঘৰ পালেগৈ। কিন্তু ফেঁটীসাপে কঁকালৰ কোব নাপাহৰাৰ দৰে ৰাঘৱেও সেই চমটাৰ কোব জীৱনত নাপাহৰিলে।

ঘৰলৈ গৈ ৰাঘৱে তেওঁৰ প্ৰিয়তমা পত্নী ৰাধাৰুক্মিণীৰ আগত দুখৰ বৃত্তান্ত সকলো ভাঙ্গি কলে। স্বামীৰ দুখ দেখি পতিপ্ৰাণা ৰাধাৰুক্মিণীৰ শৰীৰ খঙ্গে বেজাৰে জৰ্জ্জৰিত হল। তেওঁ মনে মনে প্ৰতিজ্ঞা কৰিলে, এই দণ্ডৰ প্ৰতিশোধ তেওঁৰ জীৱনত এদিন লৈহে এৰিব। পত্নীৰ পৰামৰ্শমতে ৰাঘৱে ৰজাৰ কাম এৰি ততালিকে নেঘেৰিটিঙ্গলৈ যাত্ৰা কৰিলে। তাত ৰাঘৱৰ বহুত জ্ঞাতি কুটুম্ব আছিল আৰু ওচৰতে মালৌ পথাৰত বৰ ভেটি বান্ধি বহুত শিষ্য ভকত লগত লৈ ৰাঘৱৰ গুৰু মোৱা-মহন্তই বসতি কৰিছিল। তেতিয়া মেৰোমৰীয়া গোসাঁয়ে বছৰি ৰজা ঘৰলৈ পাঁচোটাকৈ হাতী পঠোৱা নিয়ম আছিল। এটা ৰজাৰ, এটা বৰ গোহাঁইৰ, এটা বুঢ়া গোহাঁইৰ, এটা বৰপাত্ৰ গোহাঁইৰ আৰু এটা বৰ-বৰুৱাৰ উদ্দেশ্যে। দৈবাৎ সেই বছৰ বৰবৰুৱাৰ আগৰ হাতীটো অলপ সৰেলা হোৱাত বৰবৰুৱাই হাতী যোগাবলৈ অহা মাউতটোক বহুত তিৰস্কাৰ আৰু অপমান কৰি পঠায়। উলতি যাওঁতে মাউতটোৱে ৰাধা-ৰুক্মিণীৰ ঘৰত সোমাই সকলো দুখৰ কাহিনী তেওঁৰ আগত কৈ যায়। এনেয়ে পতিৰ কষ্টত ৰাধাৰুক্মিণীৰ গা জলি আছিল, তাতে এই অন্যা-অত্যাচাৰৰ বাতৰিয়ে তেওঁৰ খং-জুইত জানিবা ঘিঁউ হে ঢালিলে। সেই সময়তে স্বৰ্গদেব ৰুদ্ৰসিংহৰ পুতেক মোহনমালা গোহাঁইদেৱে ভায়েক ৰাজেশ্বৰসিংহৰ ওচৰত অপমানিত হৈ মনৰ বেজাৰত ৰাজনগৰ এৰি

মোৱামৰীয়াহঁতেৰে লগ লাগি বিদ্ৰোহ আচৰিবলৈ আলচ কৰিছিল। এনেতে ৰাধাৰুক্মিণীয়ে পতিৰ দুখৰ কাহিনী কান্দি-কাটি গুৰুজনৰ আগত জনায়। ৰাঘৱ মোৱামৰীয়া মহন্তৰ এজন বৰ প্ৰিয় শিষ্য আছিল। গুৰুজন ভক্তৰ দুখত সচাঁকৈয়ে ব্যথিত হল। তাতে আকৌ মোহনমালা গোহাঁই-দেওৰ উচটনিও লগ লাগিল। আগৰে পৰা মোৱামৰীয়া মহন্তৰ ৰজাৰ ওপৰত অলপ আক্ষেপ আছিল। কেইওটা কথা গোট খাই এইবাৰ মোৱামৰীয়াহতঁক বৰকৈ উত্তেজিত কৰি তুলিলে। মহন্তই ৰাঘৱক ৰণত জয়ী হবলৈ আশীৰ্ব্বাদ কৰি নিজৰ.শিষ্য ভকত সকলোকে ৰজাৰ বিপক্ষে ৰণৰ সাজেৰে আগ বাঢ়িবলৈ হৃষচিত্তেৰে আদেশ দিলে।

মোৱামৰীয়া দলৰ মাজত নাহৰখোৰা নামেৰে এটা বৰ ফন্দিয়ক আৰু মুখাল মানুহ আছিল। নাহৰৰ পৰামৰ্শমতেই মোৱামৰীয়াহঁতে মোহনমালা গোহাঁইদেওক ঘাই সেনাপতি আৰু ৰাঘৱ আৰু নাহৰক পালি সেনাপতি পাতি ইংৰাজী ১৭৬৯ চনত দেখাদেখিকৈ বিদ্ৰোহৰ নিচান তুলিলে। সকলোৱে দা-তৰোৱাল, যাঠি-বৰছা আৰু ধনু-কাঁৰ হাতত লৈ নিৰ্ভয় মনেৰে ৰাজ-সেনাৰ লগত ৰণ দিবলৈ ওলাল। ৰাঘৱক ৰণৰ সাজ পিন্ধি শত্ৰুৰ লগত যুজিবলৈ সাজু হোৱা দেখি তেওঁৰ পত্নী ৰাধাৰুক্মিণীৰ প্ৰাণে নসহিলে। পতিৰ হস্তে শত্ৰুৰ লগত ৰণ দিবলৈ, পতিপ্ৰাণা আৰু বীৰা-ঙ্গনা ৰাধাৰুক্মিনী নিজে যুদ্ধৰ সাজেৰে আগ বাঢ়িল। কঁকালত টঙ্গালি বান্ধি আৰু হাতত ধনু-কাঁৰ লৈ তেওঁ স্বামীৰে সৈতে বীৰ-বেশেৰে গৈ ৰণস্থলীত উপস্থিত হল। ৰাঘৱে তেওঁৰ পত্নীক যুজলৈ নাযাবৰ কাৰণে কত হকা-বাধা কৰিছিল, কিন্তু ৰাধাৰুক্মিণীয়ে নুশুনিলে। তেওঁ জানিছিল, পতিৰ অবিহনে তিৰোতাৰ জীৱনত একো কাম নাই। নিজৰ স্বামীয়ে আচঁলত জীৱ বান্ধি অসংখ্য ৰাজ-সেনাৰ লগত যুজিবলৈ যাব, তেওঁ কি সতেৰে এনে সম্মুখ বিপদলৈ স্বামীক আগ বঢ়াই অকলৈ ঘৰত থাকিব?

প্ৰাণৰ পতিক হেৰুৱাই দুখৰ জীৱন ধাৰণ কৰাতকৈ পতিৰ আগতে দেহা এৰাই ভাল। ইয়াকে ভাবি ৰাধাৰুক্মিণীয়ে হাতত অস্ত্ৰ লৈ অসীম সাহসেৰে শত্ৰুৰ সন্মুখত থিয় দিলে।

মোৱামৰীয়াহঁতে বিদ্ৰোহৰ নিচান তোলা দেখি ইফালে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱায়ো সৈন্য সামন্ত গোটাই নিজৰ জোঁৱায়েক ডেকাফুকনক সেনা-পতি পাতি মোৱামৰীয়াৰ লগত ৰণ কৰিবলৈ পঠিয়ালে আৰু নিজে নগৰ-ৰক্ষাৰ ভাৰ ললে। যথাস্থানত দুয়োদলৰ ভেঁটাভেটি হল। আহোম আৰু মোৱামৰীয়াৰ মাজত তুমুল ৰণ লাগিল, মোৱামৰীয়াহঁতৰ "জয় আহোমৰ ক্ষয়" ধ্বনিত আকাশ নিনাদিত হল। বীৰাঙ্গনা ৰাধাৰুক্মিণীৰ উদগণিত মোৱামৰীয়াহঁত দোপতদোপে আগুৱাবলৈ ধৰিলে। তিৰোতা-গৰাকী যুদ্ধ-বিদ্যাত বৰ চতুৰা আছিল। তেওঁ নিজৰ সৈন্যেৰে অভেদ্য ব্যূহ ৰচনা কৰি শত্ৰুৰ ওপৰত আকাশ ছাটি অস্ত্ৰ বৰষিবলৈ ধৰিলে। ৰণ-কৌশল জনাৰ কাৰণে শত্ৰুৱে কোনো প্ৰকাৰে তেওঁৰ গাত গুলী লগাব নোৱাৰিছিল। অৱশেষত আহোম-সেনাৰ মাজত এটা জনৰৱ উঠিল—"ৰাধাৰুক্মিণীয়ে আঁচল পাতি গুলী ধৰিছে। মোৱামৰীয়াহঁতৰ মাজত সাক্ষাৎ ৰণচণ্ডী উপস্থিত হৈ ৰাধাৰুক্মিণীৰ বেশ ধৰি ৰাজ-সেনাৰ বিপক্ষে যুঁজ কৰিছেহি। এতেকে ৰণ কৰা আৰু মিছা, মোৱামৰীয়াক একোপধ্যে জিকিব নোৱাৰি।" এই ধাৰণাকে মনত লৈ আহোম-সেনা ছিটিকি পলাবলৈ ধৰিলে। অবাধে মোৱামৰীয়াৰ জয় হল। মোৱা-মৰীয়াহঁত ৰাজনগৰৰ চাৰিওফালে বিয়পি পৰিল। অৱশেষত বৰবৰুৱাই নিজে প্ৰাণ টাকি যুজিও মোৱামৰীয়াৰ বিষম আক্ৰমণ ওভতাব নোৱাৰিলে। ৰণত জয় লাভ কৰি মোৱামৰীয়াহঁত ৰাজ-নগৰৰ ভিতৰলৈ সোমাল। নগৰৰ ডাঙ্গৰীয়া বিষয়াসকল ভয়ত পলাই ফাঁটমাৰিলে। ৰাঘৱে স্বৰ্গদেৱ লক্ষ্মীসিংহক জয়সাগৰত বন্দী

কৰি থৈ পূৰ্ব্বৰ চমটাৰ কোব মনত পেলাই তাৰ প্ৰতিশোধ লবৰ মনেৰে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক বিচাৰিবলৈ ধৰিলে! বৰবৰুৱাই ইয়াৰ সন্তেদ পাই লৰালৰিকৈ নগৰ এৰি মোৱামৰীয়া মহন্তৰ শৰণাপন্ন হল। মহন্তয়ো বৰবৰুৱাক আশ্বাস আৰু নিৰ্ভয় দি ৰাখিলে। কিছুদিনৰ পাচত ৰাঘৱে জানিবলৈ পালে যে তেওঁৰ গুৰুৱেই তেওঁৰ চিৰশত্ৰুক আশ্ৰয় দিছে। খঙ্গে বেজাৰে জৰ্জৰিত হৈ ৰাঘৱ ততালিকে গুৰুৰ ওচৰ পালেগৈ। ৰাঘৱক ৰুদ্ৰ-মূৰ্ত্তি ধৰি যোৱা নিলগতে দেখা পাই মোৱামৰীয়া মহন্তই নাম-ঘৰত বহি বৰবৰুৱাক নিজৰ গাৰ আৰঁত লুকুৱাই থৈ ভকতবিলা-কেৰে সৈতে ভোৰ-তাল বজাই জাঁত জাঁত নাম গাবলৈ ধৰিলে। এনেতে ৰাঘৱ গৈ গুৰুৰ আগত উপস্থিত হল। গোসাঁইৰ গাৰ আৰঁত লুকাই থকা বৰবৰুৱাক ৰাঘৱে নিলগৰে পৰা দেখা পালে। খং আৰু গৰ্ব্বত মতলীয়া হৈ নিজ গুৰু আৰু ভকতক তুচ্ছ জ্ঞান কৰি, নামৰ মাজেদি গৈ চকুৰ পচাৰতে তেওঁ বৰবৰুৱাক ধৰি আনিলে আৰু গুৰু-ভকত সকলোৱে শৰণাগতৰ প্ৰাণ নবধিবলৈ অনুৰোধ কৰাতো বৰবৰুৱাক জীয়াই জীয়াই নৰ্চচা শালত দিলে।

এতিয়া আহোমৰ ৰাজ-সিংহাসনত নাহৰখোৱাৰ পুতেক ৰমাকান্ত ৰজা আৰু চৰাত ৰাঘৱ বৰবৰুৱা। কিন্তু এই সকলোৰে মুলত সেই এক বীৰ ৰমণী ৰাধাৰুক্মিণী। ৰাধাৰুক্মিণীৰ অমানুষিক সাহ আৰু অতুল বীৰত্বৰ প্ৰভাৱতেই আজি ৰাজ-সিংহাসনত এই বিষম পৰিবৰ্ত্তন। কোম-লাঙ্গী তিৰোতা এগৰাকী, যিহৰ বলত তেওঁ এনে মহৎ আৰু ভীষণ কাৰ্য্য সাধন কৰিবলৈ সক্ষম হৈছিল, সি তেওঁৰ হৃদয়ৰ নিৰ্ম্মল প্ৰেম,—স্বামীৰ প্ৰতি তেওঁৰ অন্তৰৰ পবিত্ৰ ভালপোৱা। স্বামীৰ অৰ্থে তিৰোতাই কৰিব নোৱৰা কি আছে? হৃদয়ৰ বলত বলিষ্ঠা হৈ যেতিয়া তিৰোতাই কাৰ্য্যক্ষেত্ৰত ভৰি দিয়ে, তেতিয়া পুৰুষ আৰু তিৰোতাৰ মাজত

কোনো প্ৰভেদ নাথাকে। সেই কাৰণেই ৰাধাৰুক্মিণী দুৰ্ব্বলা হৈও সবলা হৈছিল, মৃণালসদৃশ কোমল হৈও শমীবৃক্ষৰ নিচিনা কঠিন ৰূপ ধাৰণ কৰিছিল আৰু তিৰোতা হৈও নিৰ্ভয় মনেৰে পুৰুষৰ লগত যুজিবলৈ আগ বাঢ়িছিল! ধন্য ৰাধাৰুক্মিণী! ধন্য তোমাৰ প্ৰেম আৰু ধন্য তোমাৰ বীৰত্ব! তোমাৰ প্ৰাণৰ পতিৰে সৈতে তুমি আনন্দ-ধামত সুখেৰে বাস কৰিছাঁ।

---

অন্ত।

